

# অসমৰ লোক উৎসৱ

শ্ৰী প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য

# অসমৰ লোক-উৎসৱ

( অসমৰ পাহাৰ-ভৈয়ামত প্ৰচলিত আৰু অনুষ্ঠিত গঞা উছৱ-পৰবৰ চমু পৰিচয় )

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য এম-এ, ডি-ফিল্
অধ্যক্ষ, বি, বৰুৱা কলেজ
গুৱাহাটী, অসম

ASAMAR LOKA-UTSAV : a brief description of a considerable number of folk festivals associated with rural rites and ceremonies observed in the Hills and Plains of Assam with a few illustrations ; written by Shri Pramod Chandra Bhattacharya, M.A., D.Phil., Principal, B. Borooah College, Gauhati-7 and Published by Smt. Debiprabha Bhattacharya, for Surjyatara Prakashan, Nabagiri, Chanmari, Gauhati-3 with the financial assistance from Publication Board, Assam, Gauhati-3.

অসম প্ৰকাশন পৰিষদৰ সাহায্য অনুসৰি
প্ৰকাশিকা :—
শ্ৰীমতী দেৱীপ্ৰভা ভট্টাচাৰ্য্য
সূৰ্য্যতাৰা প্ৰকাশনৰ হৈ
নবগিৰি, চানমাৰি,
গুৱাহাটী—৩

বেটুপাতৰ শিল্পী :
শ্ৰীত্ৰৈলোক্য দত্ত

মূল্য : **কেচা বন্ধা তিনি টকা**
**পকা বন্ধা চাৰে তিনি টকা**

প্ৰথম প্ৰকাশ
১৯৬৯, নৱেম্বৰ


মুদ্ৰাকৰ :
শ্ৰীগুৰু প্ৰেছ
মালিগাওঁ
গুৱাহাটী—১১

ওঁ



নিষাদানাং দ্ৰাৱিড়ানামাৰ্য্যানাং কিৰাতানাঞ্চ।
লোককৃত্যৱিধানন্তু সংক্ষিপ্তং ৰচিতম্ময়া ॥
কামৰূপেদেৱীক্ষেত্ৰে ধাৰেশ্বৰদেৱালয়ে।
ভাগৱতনিযুক্তায় দীঘেলীগ্ৰামবাসিনে ॥
পৰাশৰগোত্ৰজায় পিতৃ-শঙ্কৰচন্দ্ৰায়।
মাতৃ-পাৰ্ব্বতীদেৱৈশ্চাৰ্পিতস্মৈ পুস্তকমিদম্ ॥

১৮৮১ শাকে
সৌৰ আশ্বিনস্য
শুক্ল দ্বিতীয়ায়াম্

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যস্য

# অসমৰ লোক-উৎসৱ

বিষয় সূচী ঃ–



# অসমৰ লোক-উৎসৱ

## পটভূমিকা

অসমৰ লোক-উৎসৱ বোলোঁতে অসমৰ গাঁৱে-ভূঞে, পাহাৰে-ভৈয়ামে জনসাধাৰণৰ মাজত পৰিয়াল, গাওঁ আৰু সমাজক কেন্দ্ৰ কৰি প্ৰচলিত আৰু অনুষ্ঠিত উৎসৱ-পৰ্বসমূহক বুজোৱা হৈছে। বিশেষকৈ নামনি অসমৰ ভৈয়ামৰ আৰ্য্যহিন্দু সমাজৰ উৎসৱ-পৰ্ববোৰৰ অধিকতৰ বৰ্ণনা এই পুথিত ঠাই দিয়া হৈছে; ইয়াৰ কাৰণ—অন্যান্য ঠাইৰ আন আন লোকসমষ্টিৰ উছৱ-পৰ্বৰ সম্যক পৰিচয় দিবলৈকে বৰ্তমান অৱস্থাত আমাৰ হাতত পূৰ্ণাঙ্গ সম্বল নাই। ধৰ্মীয় তিথি-কৃত্যতকৈও গঞা সামূহিক উছৱ-পৰ্বৰ প্ৰতি এই পুথিত যথাসম্ভৱ বিশেষ দৃষ্টি ৰখা হৈছে।

### জন্ম, বিবাহ আৰু মৰণ

জন্ম, বিবাহ আৰু মৰণক কেন্দ্ৰ কৰি পৃথিৱীৰ জন-জীৱনৰ ৰীতি-নীতি গঢ় দি উঠিছে। বিভিন্ন পৰিবেশত যুগে যুগে চলি থকা বিবিধ জন্মকৃত্য, বিবাহ-পদ্ধতি, শৱ-সৎকাৰ-শ্ৰাদ্ধাদি পালনৰ মাজেদি পৰিয়াল, গাওঁ আৰু সমাজৰ স্বকীয়া ৰূপ নিৰূপিত হৈছে। উদাহৰণ স্বৰূপে আৰ্য্য হিন্দু অসমীয়া সমাজত কেচুৱাৰ জন্ম কালত পালিবলগীয়া নাড়ী-ছেদন, মঙ্গলধ্বনি, উৰুলি-জোকাৰ, ৰক্ষা বন্ধন আদি লৌকিক আৰু শাস্ত্ৰীয় আচাৰ-বিধান আছে। এইবিলাকৰ লগত ঠায়ে ঠায়ে কিছুমান জনবিশ্বাস

জড়িত আছে ; যেনে ভূত-প্ৰেত-ডাইনীৰ সন্তান আৰু প্ৰসূতীৰ প্ৰতি কুদৃষ্টিৰ সম্ভাৱনা আৰু তাৰ প্ৰতিকাৰকল্পে সৰিয়হ জাৰি দিয়া, সিজুগছ, মইন গছৰ কাঁইট, বগৰী কাঁইট আদি প্ৰসূতি-গৃহৰ প্ৰবেশ-দ্বাৰত বান্ধি দিয়া নিয়ম অঞ্চল বিশেষত এতিয়াও প্ৰচলিত। ভূত-প্ৰেত-ডাইনী, বীৰা, যখ আদিৰ কোপ দৃষ্টিৰ পৰা হাত সাৰিবলৈ কিছুমান তন্ত্ৰ-মন্ত্ৰৰ পুথি আছে; এইবোৰৰ প্ৰয়োগ ওজালি বা বেজ-বেজালিৰূপে জনাজাত।

## লোক জীৱনৰ বিভিন্ন ধাৰা

অন্যান্য সমাজতো কেচুৱাৰ জন্মকৃত্য নানা ধৰণে পালন কৰা হয়। ইয়াৰ বাহিৰেও বিবিধ প্ৰকাৰৰ বিবাহ, বিবাহৰ আগেয়ে আৰু পাচত দৰা-কইনা সম্পৰ্কীয় আচাৰ-বিচাৰ মানৱ সমাজত প্ৰচলিত হৈ আছে। আৰ্য্যহিন্দু অসমীয়া সমাজত ছোৱালীৰ কন্যাকাল হোৱাৰে পৰা বিয়াৰ আয়োজন, অনুষ্ঠান আৰু সমাপনলৈ নানা আচাৰ-বিচাৰ স্তৰে স্তৰে সমাজ-কৃত্য হিচাবে পালন কৰা হয়। গঞা সমাজত তোলনী বিয়া, জোৰোণ, আগ-বিয়া (কুমাৰী ছোৱালীৰ বিয়া), শান্তি বিয়া (পুষ্পিতা হোৱাৰ পিচত পতা অনুষ্ঠান), পোহন বিয়া (প্ৰথম গৰ্ভাৱস্থাৰ অষ্টম মাহত পতা অনুষ্ঠান), জেউৰা (সাধভক্ষণ) আদি বৈবাহিক কৃত্য সামূহিকভাৱে পতা নিয়ম আছে। আৰ্য্য হিন্দু সমাজে জন্মৰ পৰা মৃত্যুলৈকে নামকৰণ, নিষ্ক্ৰামণ, অন্ন-প্ৰাশন, চূড়াকৰণ, বিদ্যাৰম্ভ, উপনয়ন, বিবাহ, পুংসবন, সীমন্তোন্নয়ন, দীক্ষা—এই দশকৰ্ম্ম মুখ্যতঃ কৰণীয় বুলি বিবেচনা কৰি আহিছে। এই দশকৰ্ম্মৰ চৌপাশে আৰু কিছুমান কৃত্য, আচাৰ সংযুক্ত হৈ আৰ্য্য হিন্দু জীৱন-ধাৰা সজীৱমুখৰ, পৰিপূৰ্ণ আৰু সমাজমুখী কৰি তুলিছে। আৰ্য্য-হিন্দু সমাজে স্বীকাৰ কৰা আঠ প্ৰকাৰ বিবাহ পদ্ধতিৰ চাৰিবিধ (ব্ৰাহ্ম, দৈৱ, আৰ্য্য, প্ৰাজাপত্য) বৈদিক আৰ্য্যমূলক আৰু বাকী চাৰিবিধ (আসুৰ, গান্ধৰ্ব্ব, ৰাক্সস, পৈশাচ) আৰ্য্যভিন্ন মূলজ বা থলুৱা বুলি জনা যায়। অন্ত্যেষ্টিক্ৰিয়া পদ্ধতি আৰ্য্য হিন্দু সমাজত এটি দীঘলীয়া কৃত্য। শৱ-সৎকাৰৰ ভিন ভিন উপায়, শ্ৰাদ্ধ-তৰ্পণৰ বিধান, দায়-দোষৰ দণ্ড বিধান, উদ্ধাৰ-পৰাচিত আদি বিষয়ত সমাজ, গোষ্ঠী, জাতি-জনজাতিভেদে থকা নীতি-নিয়মবোৰ লোক-জীৱন অধ্যয়নৰ পথত আৰু লোক-উৎসৱ বৰ্ণনাৰ ক্ষেত্ৰত জড়িত হৈ আছে।



## অসম জনগণ

অসমীত নেগ্ৰিটো জাতিৰ সঁচ থকা নগা জনজাতিৰ লোক, অষ্ট্ৰিক ভাষা-ভাষী খাছি, জয়ন্তীয়া প্ৰমুখ্যে পুৰণি আৰু আদিম মঙ্গোলীয় বা কিৰাত জাতিৰ লোক, চাওতাল, মুণ্ডা, ওৰাওঁ, গোণ্ড, কুম্মি আদি অপেক্ষা-কৃতভাৱে নৱাগত চাহ বাগানৰ বনুৱা লোক, দ্ৰাবিড়ী ভাষাৰ অন্তৰ্গত তামিল, তেলেগু, মালয়ালম, কানাড়ী আদি ভাষী চাহ বাগান, কয়লা খনি অঞ্চলৰ বনুৱা লোক, তিব্বত-বৰ্ম্মী ভাষা-ভাষী, মন্পা, অকা, আদি (আবৰ), ডফলা, মিৰি (মিছিং), মিছিমি, বড়ো-কছাৰী, ডিমাছা-কছাৰী, লালুং, চিংফৌ, নগা, খামতি, গাৰো, দেউৰী-চুতীয়া, লুছাই, মিকিৰ আদি পুৰণি মঙ্গোলয়দ বা কিৰাত লোক, আৰ্য্য ভাষা-ভাষী ব্ৰাহ্মণ, কায়স্থ, কলিতা, কোচ, কেওট, আদি নদ্দিক মিশ্ৰিত লোকে যুগ যুগ ধৰি বাস কৰি আছে। অসমৰ জনগণৰ এই লোকপ্ৰবাহত তেৰ শতিকাৰ আদি ভাগত তিব্বত-বৰ্ম্মী টাই ভাষা-ভাষী আহোমৰ আগমন আৰু বসবাস, চৈধ্য-পোন্ধৰ শতিকাৰ-পৰাই ইণ্ডো-ইৰাণীয় ভাষা-ভাষী মুছলমান সকলৰ বসতি আৰু সংমিশ্ৰণ বুৰঞ্জী স্বীকৃত ঘটনা। আহোম ৰাজত্বতে শিখসকল অসমলৈ আহি বসবাস কৰে। উনৈশ শতিকাৰ আগভাগত বৃটিচ সম্পৰ্ক আৰু ৰাজত্ব স্থাপনৰ লগে লগে ইউৰোপ-আমেৰিকাৰ খৃষ্টান পাদুৰী আৰু অন্যান্য খৃষ্টান লোক অসমলৈ আহিছে। খৃষ্টান পাদুৰীৰ প্ৰচাৰ আৰু থলুৱা সামাজিক পৰিবেশৰ প্ৰভাৱত অসমৰ কিছুমসংখ্যক জনজাতীয় আৰু অ-জনজাতীয় লোক ইতিমধ্যে খৃষ্টান ধৰ্ম্মত দীক্ষিত হৈছে আৰু ফল স্বৰূপে এই খৃষ্টান লোকবোৰে থলুৱা সংস্কৃতিৰ কিছুমান বৈশিষ্ট্য আৰু কৌলিক ধৰ্ম্মবিশ্বাস পৰিহাৰ কৰিছে। বৃটিচ ৰাজত্বৰ লগে লগে শিক্ষা, যাতায়াত, বেহা-বেপাৰ, শিল্প-উদ্যোগ, ৰেল-জাহাজ আদিৰ বহুল প্ৰচলন হোৱাৰ ফলত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশ আৰু অঞ্চলৰ লোক অসমলৈ নানা কাৰণত আহিছে। অসমৰ পাহাৰ-ভৈয়ামৰ নগৰ-গাওঁ অঞ্চলত নেপালী, বঙালী, বিহাৰী, মাৰোৱাৰী, পঞ্জাৱী আদি মানুহ হিন্দু-মুছলমান, শিখ-জৈন আদি বিভিন্ন ধৰ্ম্ম অনুসৰি বাস কৰি আছে। খাদ্য-বস্ত্ৰ, বাসস্থান আৰু জীৱিকাৰ মূল প্ৰয়োজনত বহুতো মানুহে অসমৰ মাটি-বাৰী, গাওঁ-ভূই, নগৰ-চহৰত খামোচ মাৰি ধৰি ইয়াৰ থলুৱা লোকৰ দৰে হৈ পৰিছে। কিছু সংখ্যক লোকেহে বছৰে বছৰে আংশিক কালৰ

বাবে কাম কৰিবলৈ অসমলৈ আহে আৰু অতি কম সংখ্যক লোকেহে অসমত ধন আজি ৰাজ্যৰ ভিতৰত সেই ধন সঞ্চয় কৰিছে বা প্ৰয়োগ কৰিছে। অতীত কালত অসম দুৰ্গম, দুৰ্ভেদ্য, পৰ্ব্বত-পাহাৰ, নদ-নদী, বন-বননিৰে আবৃত কাৰণে আৰু তন্ত্ৰ-মন্ত্ৰ, যাদুবিদ্যাৰ কৌতূহলপূৰ্ণ মায়াজালৰ বাবে, ভাৰতৰ মূল প্ৰবাহৰ পৰা কিছু আঁতৰত আছিল যদিও বেদ, ৰামায়ণ, মহাভাৰতৰ যুগতে এই প্ৰাচ্য ভূমি লৌহিত্য, প্ৰাগ্‌জ্যোতিষ, কামৰূপ আদি নামেৰে আংশিকৰূপে জনাজাত আছিল।

## সহ-অৱস্থান আৰু সহনশীলতা

এনেদৰে দেখা যায়—ভিন্ ভিন্ ধৰ্ম্ম, বিভিন্ন ভাষা, জাতি আৰু সংস্কৃতিৰ সংমিশ্ৰণ আৰু সমন্বয়ত কালিকাপুৰাণ, যোগিনীতন্ত্ৰত বৰ্ণিত মূলতঃ প্ৰাচীন কৈৰাতজ বা কিৰাতসম্ভূত ধৰ্ম্ম-আচাৰ প্ৰচলিত প্ৰাগ্‌জ্যোতিষ, কামৰূপ বা অসম ৰাজ্যত যুগে যুগে হিন্দু, বৌদ্ধ, ইছলাম, শিখ, জৈন, খৃষ্টান আদি ধৰ্ম্মৰ প্ৰচলনৰ ফলত সামাজিক আৰু সাংস্কৃতিক বিনিময় ঘটিছে। কিন্তু উল্লেখযোগ্য হৈছে—অসমৰ বিভিন্ন ভাষা-উপভাষা, জাতি-জনজাতি, ধৰ্ম্ম-সংস্কৃতিৰ মাজত সহ-অৱস্থান আৰু সহনশীলতা। অসমত ৰাজনৈতিক উত্থান-পতন, বিপৰ্য্যয়ে মানুহৰ বসতি, গাঁও-ভূই, নগৰ-ৰাজধানীত কায়িক, মানসিক আৰু আৰ্থিক অথন্তৰৰ সৃষ্টি কৰিলেও সমাজৰ মূল বান্ধোন তথা সাংস্কৃতিক যোগসূত্ৰ বিচ্ছিন্ন কৰিব পৰা নাই। বহুতো ৰাজবংশ, বহিৰাক্ৰমণকাৰী আৰু দেশ-ভগনৰ মাজতো অসমৰ ঐতিহাসিক, সামাজিক, সাংস্কৃতিক গতিপ্ৰবাহত এনে সহ-অৱস্থান আৰু সহনশীলতাৰ বৰঙনি মন কৰিবলগীয়া।

## পুথি ৰচনাৰ উপলক্ষ

অসমৰ লোক-উৎসৱ যথেষ্ট ব্যাপক পৰিধিৰ। অসম বোলোঁতে পুৰণি প্ৰাগ্‌জ্যোতিষ, কামৰূপ বোলা ৰাজ্যখনৰ ছবি আমাৰ চকুৰ আগত ভাঁহি উঠে। সেই হিচাবে পশ্চিমে কৰতোৱা নদী (বঙ্গদেশৰ মাজেদি বৈ গৈছে), পূবে দিক্কৰবাসিনী (মতান্তৰে দিক্ৰাই), উত্তৰে হিমালয়ৰ নামনিৰ নেপাল সীমান্তৰপৰা দক্ষিণে সাগৰ সঙ্গমলৈ পুৰণি কামৰূপৰ



সীমা আছিল। ভৌগোলিক আৰু প্ৰাকৃতিক ভাৱে উত্তৰ-পূব সীমান্ত অঞ্চল, নগাভূমি (নগাপাহাৰ), মণিপুৰ, ত্ৰিপুৰা ৰাজ্য অসমৰ লগত সাঙোৰ খাই আছে; বৰ্ত্তমানে পশ্চিম বঙ্গৰ অন্তৰ্গত কোচবিহাৰ, জলপাইগুৰি অঞ্চলৰ লগতো অসমৰ গভীৰ সম্বন্ধ আছে। উত্তৰ আৰু পূব-বঙ্গৰ ধৰ্ম্ম সংস্কৃতি-প্ৰাচীন কামৰূপীয় স্মৃতিশাস্ত্ৰ, তন্ত্ৰ-মন্ত্ৰ, পূজা-পাতলৰ দ্বাৰা প্ৰভাৱান্বিত। অসমৰ পণ্ডিত-ব্ৰাহ্মণ আৰু সাধু-সন্ত-বৈষ্ণৱসকলে কোচবিহাৰ, ৰংপুৰ, দিনাজপুৰ, জলপাইগুৰি আদি অঞ্চলত ধৰ্ম্ম-কৰ্ম্ম পৰিচালনা কৰাৰ পটন্তৰ চৈধ্য-পোন্ধৰ শতিকাৰ পৰা চলি আহিছে। কমতাপুৰ আৰু কোচবিহাৰৰ ৰাজন্যবৰ্গ কামৰূপীয় বা পুৰণি অসমীয়া ধৰ্ম্ম, সমাজ, সংস্কৃতিৰ পৃষ্ঠপোষক আছিল। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আৰু দামোদৰদেৱৰ দৰে ধৰ্ম্মৰ গুৰুসকলে কোচবিহাৰৰ ৰাজন্যবৰ্গৰ সংস্পৰ্শলৈ আহিছিল। কোচবিহাৰৰ মধুপুৰ সত্ৰ অসমীয়া বৈষ্ণৱধৰ্ম্মৰ লাইখুটি আৰু মহাপুৰুষৰ স্মৃতি বিজড়িত পুণ্যতীৰ্থ। পীতাম্বৰ সিদ্ধান্ত বাগীশৰ দৰে কোচবিহাৰৰ ৰাজকীয় স্মৃতিশাস্ত্ৰবিদ্ পণ্ডিতে প্ৰাচীন অসম বা কামৰূপ অঞ্চল, পূৰ্ববঙ্গ, উত্তৰ বঙ্গৰ বিধি-ব্যৱস্থাৰ অধিনায়কত্ব কৰিছিল আৰু পূব ভাৰতৰ মনুৰ দৰে সন্মানিত হৈছিল। পুৰুষোত্তমৰ দৰে বৈয়াকৰণিক পণ্ডিতে কোচ ৰাজ সভাত থাকি সংস্কৃত ৰত্নমালা ব্যাকৰণ ৰচনা কৰি পূব ভাৰতত এটি প্ৰাঞ্জল ব্যাকৰণ শাখা প্ৰতিষ্ঠা কৰিছিল। ধৰ্ম্মপূজা মনসাৰ পূজা-অৰ্চ্চনা, গীত-পদ, বিষুৱা (বিচুৱা), দেওধাই, দেওধনী, নানা বিধ লোক-গীত, লোক-উৎসৱৰ ক্ষেত্ৰত অসম, পূব বঙ্গ, উত্তৰ বঙ্গৰ মাজত সামঞ্জস্য আছে। এনে বহল পটভূমিতে অসমৰ লোক-উৎসৱ পুথিখন প্ৰণয়ন আৰু সঙ্কলনৰ চেষ্টা কৰা হৈছে। ১৯৫০ খৃষ্টাব্দত 'বহাগী লোক-উৎসৱ ভঠেলি' শিতানৰ প্ৰবন্ধটি ৰচনা কৰি স্বৰ্গীয় বেলিৰাম দাসৰ সম্পাদিত 'ৰাইজ' নামৰ বাতৰিকাকতত প্ৰকাশ কৰা হয়। মোৰ-শিক্ষা গুৰু ডক্টৰ বাণীকান্ত কাকতিয়ে এই প্ৰবন্ধটি পঢ়ি ইয়াৰ ছপা প্ৰতিলিপি এটা সংৰক্ষণ কৰি মোক এনে ধৰণৰ এলানি আলোচনাত প্ৰবৃত্ত হবলৈ উৎসাহ অনুপ্ৰেৰণা দিয়ে। কাকতি দেৱৰ প্ৰেৰণা লাভৰ চাবিকাঠি আছিল মোৰ অন্যতম শিক্ষাগুৰু ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা। ইতিমধ্যে নানা বাধা-বিঘিনি, ব্যস্ততা আৰু প্ৰতিকূল পৰিবেশৰ মাজত অসমৰ লোক-উৎসৱ সংক্ৰান্ত কেবাটাও প্ৰবন্ধ ৰামধেনু, নতুন অসমীয়া, অসম সাহিত্য সভা পত্ৰিকা আদিত প্ৰকাশিত হয় আৰু সম্ভাৰিত পুথি এখনৰ

আঁচনি আৰু সঙ্কল্প এটিয়ে গঢ় দি উঠে। পচতি সম্পৰ্কীয় (জন্মাষ্টমী আৰু পচতি) প্ৰবন্ধ এটি ৰামধেনু আলোচনীত প্ৰকাশ হোৱাৰ পাচত অগ্ৰজপ্ৰতিম (অধ্যক্ষ) শ্ৰীযুত তীৰ্থনাথ শৰ্মাই মোক লগ ধৰি উৎসাহ দিছিল। মোৰ শিক্ষক-বন্ধু ডক্টৰ শ্ৰীযুত প্ৰফুল্লদত্ত গোস্বামীৰ পৰা পুথিখনৰ বিবিধ সম্বল আহৰণ, বিষয়বস্তুৰ সাজ-সজ্জা আৰু ছবি আদিৰে অঙ্গশোভা কৰা বিষয়ত উপদেশ, উদগনি পাইছোঁ। অসম সাহিত্য সভাৰ জৰিয়তে ডক্টৰ শ্ৰীযুত মহেশ্বৰ নেওগৰ প্ৰধান সম্পাদকত্বৰ কাল-ছোৱাত 'অসমৰ জনজাতি' নামৰ পুথিখন সম্পাদন কৰোঁতে কেবাজনো লেখক-লেখিকাৰ প্ৰবন্ধ পঢ়ি মোৰ মনত অসমৰ থলুৱা, গঞা আৰু জনজাতীয় উছৱ-পৰবৰ চমুকৈ হ'লেও সমূহীয়া ধাৰণা এটি ওপজে। 'অসমৰ লোক-উৎসৱ' পুথিখন এনেবোৰ পটভূমিতে প্ৰণয়ন কৰা হৈছে।

## লোক-উৎসৱ আদিৰ আলোচনা

যোৱা কেই বছৰমানৰ ভিতৰত অসমৰ লোক-উৎসৱ, লোক-সংস্কৃতি, সমাজ, গীত-পদৰ বিষয়ে কেবাখনো পুথি প্ৰকাশ হৈছে। বিশেষকৈ —অধ্যাপক শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকাৰ সঙ্কলিত-সম্পাদিত 'উছৱৰ ভোগজৰা' আৰু 'উছৱৰ ৰংচ'ৰা' পুথি দুখনে অসমৰ হিন্দু, বৌদ্ধ, ইছলাম, খৃষ্টান আৰু কিছুমান জনজাতীয় উৎসৱ-পৰ্ব্ব, তিথি-কৃত্যৰ চুটিকৈ হ'লেও মনোৰম পৰিচয় দাঙি ধৰিছে। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাৰ 'অসমৰ লোক-সংস্কৃতি', ডক্টৰ শ্ৰীযুত প্ৰফুল্ল দত্ত গোস্বামীৰ 'অসমীয়া জন সাহিত্য' আৰু বসন্তকালীন বিহু সম্পৰ্কীয় ইংৰাজী গ্ৰন্থ, শ্ৰীভবেন্দ্ৰ নাৰ্জ্জীৰ 'বড়ো-কছাৰীৰ জন সাহিত্য', 'বড়ো-কছাৰী সমাজ আৰু সংস্কৃতি' আদি পুথি, তদুপৰি ৰাভা, মিকিৰ, মিৰি (মিছিং), গাৰো আদি জনজাতিৰ বিষয়ে অসমীয়া আৰু ইংৰাজী ভাষাৰ জৰিয়তে হোৱা পুথি-আলোচনাবোৰে আমাৰ লোক-উৎসৱ আৰু সংস্কৃতি সম্পৰ্কীয় তথ্য আৰু জ্ঞানৰ পৰিধি বঢ়াইছে। শ্ৰীযুত লীলা গগৈৰ আহোম সংস্কৃতি সম্পৰ্কীয় গ্ৰন্থ আৰু উত্তৰ-পূৱ সীমান্ত বিভাগ প্ৰশাসনৰ জৰিয়তে ডঃ ভেৰিয়াৰ এলউইন প্ৰমুখ্যে কেবাজনো লেখকৰ দ্বাৰা ইংৰাজী মাধ্যমত ৰচিত জনজাতীয় মনোগ্ৰাফসমূহ (স্বকীয় গ্ৰন্থ) অসমৰ বৃহত্তৰ সংস্কৃতি অধ্যয়নৰ পথত অপৰিহাৰ্য্য আছিল। পাহাৰে-ভৈয়ামে প্ৰচলিত গঞা আৰু লোক-



উৎসৱৰ সঠিক বৰ্ণনা দিবলৈ হ'লে, সুপৰিকল্পনাৰে উপযুক্ত কৰ্ম্মীয়ে ক্ষেত্ৰ-অধ্যয়নৰে সবিশেষ তথ্য আহৰণ, উৎসৱ পৰবৰ চিত্ৰগ্ৰহণ, নৃত্য-গীত-বাদ্য আদিৰ সংৰক্ষণ আৰু সাংস্কৃতিক বিশ্লেষণ কৰিব লাগিব। একোটা লোক-উৎসৱৰ আঞ্চলিক ভিন্ন ৰূপ থাকিব পাৰে। কোনো কোনো লোক উৎসৱৰ লগত নৃত্য, সাধু, গীত-পদ আদি কৃত্যও জড়িত থকা দেখা যায়। উদাহৰণ স্বৰূপে, নাৰীসকলৰ লোক-কৃত্য সুবচনী পূজা, অপেস্বৰা নাম, বৰত (ব্ৰত) পূজা আদিৰ লগত কেবাটাও আখ্যান-সাধুকথা আৰু আনুষঙ্গিক গীত-পদ আছে। এনে আখ্যান-সাধুকথা, গীত-পদৰ আঞ্চলিক প্ৰভেদ পোৱা যায়। এইবোৰৰ সংগ্ৰহ আৰু তুলনামূলক অধ্যয়নে আন্তঃ আঞ্চলিক, আন্তঃ ৰাজ্যিক নানা সামাজিক, সাংস্কৃতিক তথ্য, লোক-প্ৰব্ৰজন আদিৰ সন্ধেদ দিব পাৰি। এনে উজ্জ্বল সম্ভাৱনাসূচক লোক-উৎসৱৰ দীঘলীয়া অধ্যয়নৰ পথত 'অসমৰ লোক-উৎসৱ' সামান্য পদক্ষেপ মাথোন। ডক্টৰ বাণীকান্ত কাকতিৰ ৰচিত পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা, মাডাৰ্ গডেছ কামাখ্যা, বিষ্ণুৰাইট মীথছ এণ্ড লীজেণ্ডছৰ পৰা এই পুথিত তথ্য সন্নিবিষ্ট হৈছে।

## লোক-উৎসৱৰ তথ্যসংগ্ৰহ

'অসমৰ লোক-উৎসৱ' পুথিখনৰ বাবে তথ্য-সংগ্ৰহ আৰু ক্ষেত্ৰ অধ্যয়ন আংশিক তথা অসম্পূৰ্ণ হৈয়ে ৰল। অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত বছেৰেকীয়া সভা, মেলা আদিৰ দুই-চাৰিটাৰ উল্লেখ থাকিলেও বহল বিৱৰণ এই পুথিত দিব পৰা নাই। আগ্ৰহশীল পাঠক-পাঠিকাসকলে অধ্যাপক হাজৰিকাদেৱৰ 'উছৱৰ ৰংচ'ৰাত' দক্ষিণপাট আৰু মণিপুৰৰ ৰাস উৎসৱ আৰু মেলা, বৰপেটাৰ কীৰ্ত্তন সভা আৰু দেউলৰ মেলা, সুন্দৰীদিয়া সত্ৰৰ উৎসৱ, জামগুৰি বাৰচহৰৰ ভাওনা, শিঙৰি আৰু শিৱসাগৰৰ শিৱৰাত্ৰি মেলা, শিলঘাট আৰু শুৱালকুছিৰ আশোকাষ্টমীৰ মেলা, কামাখ্যাৰ অম্বুবাচীৰ মেলা আৰু দেওধনি উৎসৱ, সূৰ্য্যপাহাৰৰ মাঘী পূৰ্ণিমা মেলা, নন্দেশ্বৰ আৰু ব্যাঘ্ৰেশ্বৰীৰ মেলা, দৰঙৰ ভুটীয়া মেলা, সৰ্থেবাৰী আৰু কহৰাৰ সভা, চৰাইদেও মৈদামৰ তৰ্পণ, জয়মতী উৎসৱ আদিৰ বৰ্ণনা পাব। এনে ধৰণৰ আঞ্চলিক সভা, মেলা, উৎসৱ আৰু মনসা পূজা, ধৰ্ম্মপূজা, সত্যনাৰায়ণ পূজা, ত্ৰিনাথ পূজা, গোপাল-ভোগ, কালীপূজা,

ভকতসেৱা, গৰখীয়া সেৱা, গোপিনী সৱাহ আদি গঞা পৰৱ অসম আৰু ইয়াৰ আশে পাশে বিস্তীৰ্ণ অঞ্চলত নিৰ্দ্ধাৰিত মাহ আৰু দিনত গঞা বা সমাজকেন্দ্ৰী অনুষ্ঠানৰূপে সম্পন্ন হয়। এইবোৰ উৎপত্তি বা আৰম্ভণি, আয়োজন আৰু সমাপন সম্বন্ধে নানা আঞ্চলিক তথ্য আৰু জনবিশ্বাস চলি আছে। বেছি ভাগ উৎসৱ-পৰবতে ধৰ্ম্মীয় কালতকৈও লোকপ্ৰিয় পাণ-ভোজন মেলা, দোকান-পোহাৰ, ভাওনা-অভিনয় আদি লোকানুষ্ঠানৰ বাবেহে বেছি আকৰ্ষণীয় হৈ পৰে। মেলা-অভিনয় আদিত সকলো লোকে জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে যোগ দিয়ে।

অসমৰ মুছলমান সমাজতো ফাতেহায়ে দোৱাজদহম, আখেৰি ছাহাৰ ছ'ম্বা, বকৰিদ্ বা ঈদুজ্জোহা, ঈদ্-উল্-ফিতৰ, মহৰম, ছবে মেৰাজ, ছবে বৰাত, ছবে কদৰ আদি ইছলাম ধৰ্ম্মীয় উৎসৱ শাস্ত্ৰীয় বিধানমতে পালন কৰা হয়। ধাৰ্ম্মিক প্ৰাৰ্থনা আৰু কৃত্যৰ বাহিৰে আনুষঙ্গিক সভা, খেল-ধেমালি, প্ৰতিযোগিতা, আলোচনা-চক্ৰ, বিচিত্ৰানুষ্ঠান আদিত অন্যান্য লোকেও যোগ দিব পাৰে আৰু সেই দৃষ্টিৰে এইবোৰ উৎসৱ-পৰৱ ক্ৰমে বৃহত্তৰ লৌকিক আৰু সামাজিক দিশৰ পিনে আগবাঢ়ি আহিছে। কোনো কোনো মছজিদ আৰু ফকীৰৰ দৰগাহ আদিত একোটা নিৰ্দ্ধাৰিত দিনত গঞা নাইবা আঞ্চলিক সমাবেশ হয় আৰু সেইবোৰত প্ৰাৰ্থনা আৰু জিয়াৰত কৰাৰ ব্যৱস্থা আছে।

শিখ গুৰুদ্বাৰবোৰত গুৰু নানক প্ৰমুখ্যে ধৰ্মগুৰুসকলৰ তিথি পালন কৰে। এই উৎসৱ উপলক্ষে নানা ধৰণৰ সভা, আলোচনা চক্ৰ, অনু-ষ্ঠান লৌকিকভাৱে পালন কৰা হয়। খৃষ্টানসকলৰ গীৰ্জ্জাঘৰত বৰদিন, নিউ ইয়াৰ্চ ডে (নৱবৰ্ষ), ইষ্টাৰ আদি পালন কৰা হয়। বৌদ্ধসকলে বুদ্ধ পূৰ্ণিমা আৰু অন্যান্য উৎসৱ শাস্ত্ৰীয় নিয়মেৰে সম্পন্ন কৰে। এই উৎসৱবোৰৰ চৌপাশে আদৰ-সম্ভাষণ, পান-ভোজন, মেলা-সমাবেশ আদি লোকপ্ৰিয়ভাৱে গঢ় দি উঠিছে।

## আঞ্চলিক লোক-উৎসৱ

অসমৰ গাৱেঁ-ভূঞে আঞ্চলিক ধৰণৰ কিছুমান লোক-উৎসৱ আছে ; যেনে পাটাছাৰকুছি অঞ্চলৰ পুতলা বিয়া ; বড়ো-কছাৰীসকলৰ ফুচ্ৰি হাবাৰ লগত পুতলা বিয়াৰ তুলনা কৰিব পাৰি। নদলা গাঁৱত সম্পন্ন হোৱা



চৌ-পূজাত ধৰ্মীয় বহণতকৈ লৌকিক সভা মেলাৰ আকৰ্ষণ বেছি। মাঘৰ মাহত উত্তৰ কামৰূপৰ বালিলেছা, মাখিবাহা, সৰ্থেবাৰী আদিত দোকান-পোহাৰ, অভিনয় আদিৰে সভা আৰু গোন্ধ পালন কৰা হয়।

উত্তৰ কামৰূপৰ তামুলপুৰ অঞ্চলত ভাদ মাহৰ পূৰ্ণিমাত বাম্বোলপিতা বা হেপৰপিতা[১] নামৰ এটি গঞা লোক-উৎসৱ বহু কালৰপৰা চলি আহিছে। গাঁৱৰ ল'ৰাবোৰে হাতত টোকন লৈ নাচি নাচি গীত গাই মানুহৰ ঘৰে ঘৰে চাউল-পইচা তোলে আৰু সেই চাউল-পইচাৰে দলভাত বা লগভাত খায়। এই উৎসৱ পাঁচদিন ধৰি চলে। আঘোণী পূৰ্ণিমাৰ মহো-হো বা মহখেদা উৎসৱৰ লগত গঞা পৰিবেশ আৰু সংগঠনৰ তুলনা হলেও 'বাম্বোলপিতা' বা হেপৰপিতা' এটি থলুৱা আৰু আঞ্চলিক আনন্দ-উৎসৱ। ভাদ মাহত শালি খেতিৰ বতৰ প্ৰায় শেষ হবৰ হয় আৰু গাঁৱৰ ল'ৰাহঁতে ঘৰে ঘৰে পূৰ্ণিমাৰ জোনৰ পোহৰত এই আনন্দমুখৰ গীতেৰে ৰং-বগৰ কৰি ফুৰে ; গীতবোৰৰ ভিতৰত কোনো বিশেষ আখ্যান বা বুৰঞ্জী নাই। এটি গীতৰ নিদৰ্শন দাঙি ধৰা হ'ল—

মণিয়া বেহাৰৰ তেল হৰি হৰি
মণিয়া বেহাৰৰ তেল,
মণিয়া বেহাৰৰ তেল।
ওহো ভাঙিও নপৰে
ওহো ছিঙিও নপৰে
এনেহে তামুলপুৰীয়া মেলকি।
আইহঁত ও বোলে
বাইহঁত ও বোলে
বাম্বোল বাম্বোল পিতিৰ যায়।
ও হুৰে, ও হুৰে ও হুৰে।

অসমৰ লোক উৎসৱ বোলোতে জন-গণৰ মাজত প্ৰচলিত পৰিয়াল-কেন্দ্ৰী, গাওঁকেন্দ্ৰী, সমাজকেন্দ্ৰী আৰু বৃহত্তৰ জাতীয় বা ৰাষ্ট্ৰমূলক পৰ্য্যায়ত বেলেগে বেলেগে বিশ্লেষণ কৰিব পাৰি। পোন্ধৰ আগষ্ট বা ভাৰতৰ

[১] তামুলপুৰীয়া চহাগীত : বাম্বোলপিতা, শ্ৰীত্ৰিদশ পাঠক ৰচিত, তামুলপুৰ—শাখা সাহিত্য সভাৰ স্মৃতিগ্ৰন্থ, ১৯৬৭।

স্বাধীনতা উৎসৱ, ছাব্বিশ জানুৱাৰী বা প্ৰজাতন্ত্ৰ দিৱস, গান্ধী-জয়ন্তী আদি ক্ৰমে বৃহত্তৰ জাতীয় বা ৰাষ্ট্ৰীয় উৎসৱৰূপে পৰিগণিত হৈছে। বেছি ভাগ লোক-উৎসৱৰ লগত নৃত্য, গীত, বাদ্যৰ সংযোগ ঘটে। অভিনয়, যাত্ৰাভিনয়, ভাওনা, গীত-মাত, বাদ্য, ওজাপালী, পুতলা-নাচ, দেওধাই, দেওধনী, ঢুলীয়া, খুলীয়া, ভাৱৰীয়া, আপীওজা, নাম-জক, বাঘজক, পাল-নাম, থিয়নাম, নাগাৰা-নাম, নাওখেল, বিচিত্ৰাভিনয়, বহুৱা আদি লোক-উৎসৱৰ লগত ঠায়ে ঠায়ে অনুষ্ঠিত হয়।

এই পুথিখনৰ অপূৰ্ণতা, অক্ষমতাৰ বাবে মাৰ্জনা বিচাৰিছোঁ আৰু উদীয়মান অনুসন্ধিৎসুসকলৰ এনেবোৰ বিষয়ৰ বৈজ্ঞানিক সংগ্ৰহ, ক্ষেত্ৰ-অধ্যয়ন, আৰু বিশ্লেষণ কামনা কৰিছোঁ।

## শলাগ জনাইছোঁ

ডক্টৰ গোস্বামীৰ উপৰিও চিত্ৰৰাজি গ্ৰহণত শ্ৰীমান ভৱেন্দ্ৰনাৰায়ণ দত্ত বৰুৱা, অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ হৈ শ্ৰীযুত ৰুদ্ৰ বৰুৱা, শ্ৰীমান যতীন্দ্ৰ ডেকা, পুথিৰ পাণ্ডুলিপি আদি প্ৰণয়নত শ্ৰীমান শ্ৰীমান সুৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য, শ্ৰীযুত যোগেশ্বৰ শৰ্মা, শ্ৰীবাপুৰাম বৰ্মন, শ্ৰীমতী বিমলাপ্ৰভা দেৱী, অধ্যাপক শ্ৰীমান সুবোধ চন্দ্ৰ শৰ্মা, শ্ৰীযুত ৰাজেশ্বৰ তৰ্কতীৰ্থ আৰু যোগাযোগত বি, বৰুৱা কলেজৰ কেবা-জনো কৰ্ম্মীয়ে সহায় কৰিছে। বেটুপাত আঁকি সহায় কৰিছে শিল্পী শ্ৰীত্ৰৈলোক্য দত্তই। প্ৰকাশন পৰিষদৰ সচিব শ্ৰীযুত চন্দ্ৰপ্ৰসাদ শইকীয়াই পুথিখনৰ ক্ষেত্ৰত যথেষ্ট উৎসাহ দিছে। প্ৰকাশন পৰিষদৰ আংশিক আৰ্থিক সাহায্য পোৱা বাবেহে এই পুথি শ্ৰীগুৰু প্ৰেছ পাইছেগৈ। শ্ৰীযুত মুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা আৰু ছপাশালৰ কৰ্ম্মীসকলৰ সহায়-সহযোগৰ শলাগ লৰোঁ।

**শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য**



ওজাপালি



দেউৰীসকলৰ বিহু নৃত্য



ডুবিৰ দেৱদাসী নৃত্য



চাওডাংসকলৰ বিহু

# অসমৰ লোক-উৎসৱ

## লোক-উৎসৱৰ পটভূমিত বিহু

অসম ৰাজ্য প্ৰকৃতিৰ লীলাভূমি। হাবি-নৈ, পাহাৰ-ভৈয়াম, খাল-বাম, গছ-লতা, পশু-পক্ষীৰ চিত্ৰ-বিচিত্ৰতাৰে এই ৰাজ্যখন মনোৰম বৈশিষ্ট্য-পূৰ্ণ সৌন্দৰ্য্যৰ আকৰ। কোনোবা সুদূৰ অতীতৰ পৰাই অপৰূপ প্ৰাকৃতিক সৌন্দৰ্য্যই ইয়াক এখন বম্যস্থান কৰি ৰাখিছে। ভাৰতৰ পূব-সীমান্তৰ এই ৰাজ্যখনৰ মুনি-মন-লোভা ৰূপশোভাৰ বিষয়ে ৰামায়ণ, মহাভাৰত, কালিকাপুৰাণ, যোগিনী-তন্ত্ৰ আদি প্ৰাচীন শাস্ত্ৰসমূহ সম্যকৰূপে সচেতন।

অসমৰ প্ৰাকৃতিক বিচিত্ৰতাৰ লগে লগে আদিমবাসী লোকসকলৰ নানা বৰণীয়া সমাবেশ সমানে কৌতুহলপূৰ্ণ। ভাষাতাত্ত্বিক পণ্ডিত এজনৰ মতে ভাৰতৰ আদিম অধিবাসী নেগ্ৰিটোসকল আছিল বাওনা আৰু আফ্ৰিকাৰ নিগ্ৰোসকলৰ লেখীয়া; ইৰাণ আৰু আৰবৰ উপকূল ভূমিৰে ভাৰতত প্ৰবেশ কৰা এই নেগ্ৰিটোসকলৰ সঁচ বা তেজৰ নিৰ্দৰ্শন অসমৰ আদিমবাসী নগাসকলৰ গাত পোৱা গৈছে।[1] নেগ্ৰিটোৰ পৰবৰ্তী প্ৰটো-অষ্ট্ৰেলয়দ বা অষ্ট্ৰিকভাষী লোকৰ নিদৰ্শন হৈছে—অসমৰ খাছিয়া আৰু জয়ন্তীয়া-সকল; এওঁলোক অষ্ট্ৰিকভাষী যদিও জাতিগতভাৱে মঙ্গোলয়দ বা কিৰাত লোকহে। অসমৰ চাহবাগান, কয়লা-খনি, তেল-পুং অঞ্চলত বাস কৰা অষ্ট্ৰিকভাষী কোল, মুণ্ডা, চাওঁতালসকল পৰবৰ্তী প্ৰব্ৰজনৰ পৰিণতি। তিব্বত-চীন-বৰ্মীভাষী কিৰাতসকলৰ বসবাস আৰু দ্ৰাবিড়ীসকলৰ বিস্তৃতিও

১ কিৰাত জন-কৃতিঃ সুনীতিকুমাৰ চট্টোপধ্যায়, কলিকতা, ১৯৫১; পৃঃ৪

অসমত আৰ্য্য আগমনৰ পূৰ্ববৰ্ত্তী কাহিনী বুলিয়ে বিচাৰ কৰিব লাগিব। এই কাহিনীবোৰৰ বেছিভাগেই বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে। অসমৰ বৰ্ত্তমান অধিবাসীসকলৰ মাজত নেগ্ৰিটো, অষ্ট্ৰিক (নিষাদ, শবৰ, ভীল), মঙ্গোলয়দ (কিৰাত), দ্ৰাবিড়ী, আৰ্য্য আদি বিভিন্ন লোকপ্ৰৱাহৰ আচাৰ-ব্যৱহাৰ নিহিত হৈ আছে। খাছিয়া, জয়ন্তীয়া (ছিন্‌টেং), গাৰো, মিকিৰ (আৰ্লেং-কাৰ্ব্বী), মিৰি (মিছিং), আদি (আবৰ), নগা, লুছাই, কুকি প্ৰভৃতি লোকৰ উমৈহতীয়া বাসভূমি আৰু কৰ্মভূমি আমাৰ এয়া অসম ৰাজ্য।

এই ভিন্ ভিন্ লোকসমষ্টিৰ যুগ যুগ ধৰি বসবাস, সংমিশ্ৰণ, আদান-প্ৰদানৰ জৰিয়তে এই ৰাজ্যত এটি স্বকীয়া সংস্কৃতি গঢ় দি উঠিছে। ভাৰতৰ অন্যান্য ৰাজ্যৰ আচাৰ-ব্যৱহাৰ, চাল-চলন, সাজ-পাৰ, খাদ্য-সামগ্ৰী আৰু সামূহিক সংস্কৃতিৰ লগত অসম ৰাজ্যৰ এইবোৰ বিষয়ৰ কিছুমান মিল আছে যদিও, বেছিভাগ বিষয়তে মিলতকৈ অমিলৰ পৰিমাণ বেছিত যেন বিবেচিত হয়; এনেবোৰ কাৰণতে অসমৰ স্বকীয়া সংস্কৃতি বা সাংস্কৃতিক বৈশিষ্ট্যৰ বিচাৰ কৰিব লগিব। এইবোৰৰ মূল হৈছে—যুগ যুগ ধৰি অসমত বাস কৰি থকা জন-গণৰ জীৱন নিৰ্বাহৰ ধাৰা। দৈনন্দিন জীৱনত অসমৰ জন-গণে এনে কিছুমান পূৰ্বাপৰ ৰীতি-নীতি, নিয়ম-কানুন মানি চলি আছে—যিবোৰৰ মূল বিচাৰি গ'লে, আমি সেইবোৰ আৰ্য্যযুগৰ নে আৰ্য্য পূৰ্ববৰ্ত্তী যুগৰ সঠিককৈ কব নোৱাৰা হওঁ; কিন্তু এইবোৰৰ মাজত কোনবোৰ আৰ্য্য প্ৰভাৱান্বিত আৰু কোনবোৰ আৰ্য্যভিন্ন প্ৰভাৱৰ অধীন, সেই বিষয়ে কিছুমান ধাৰণা কৰিব পাৰোঁ; অসমৰ লোক-উৎসৱ, লোকাচাৰ, লোক-কৃষ্টিৰ অধ্যয়নৰ পথত এনে ধৰণৰ ধাৰণাৰে সচৰাচৰ চৰ্চা কৰা হয়। এই পৰীক্ষামূলক পদ্ধতিৰে আগবাঢ়িলে দেখা যায় যে অসমৰ ঘৰুৱা আৰু গঞা জীৱনৰ খোৱা-লোৱা, খেতি-বাতি, সাজ-পাৰ আদিৰ ক্ষেত্ৰত পাহাৰ আৰু ভৈয়ামৰ জনজাতীয় লোকসকলে আৰ্য্যহিন্দু জীৱন-ধাৰাত ৰেখাপাত কৰিছে। এই ৰেখাপাতৰ লেখ-জোখ সঠিককৈ লোৱা টান যদিও প্ৰচলিত লোক-উৎসৱ, লোকাচাৰ আদিয়ে এই বিষয়ত কিছু পৰিমাণে আভাস দিব পাৰিছে। বিহু প্ৰমুখ্যে অসমৰ লোক-উৎসৱৰ মূল্যাঙ্কন এই ফালৰ পৰা অতিশয় আৱশ্যকীয়।

লুইতৰ পাৰে পাৰে, কছৰাৰ আঁৰে আঁৰে, পাহাৰে-কন্দৰে ভালেমান মঠ-মন্দিৰ, স্মৃতি-চিহ্ন এতিয়াও দেখা নেদেখা হৈ আছে; এই পুৰণি কীৰ্ত্তিকলাপ, শিলাঙ্কন, ভাস্কৰ্য্য আদিৰ বুকুতো জনসাধাৰণৰ কাৰ্য্যকলাপ, ৰীতি-নীতি কলা-কৌশলৰ চাব পৰিছে। অতীতৰ অনুপাম কুণ্ডিল নগৰী, বাণৰ জীয়াৰী উষাৰ শোণিতপুৰ, মহীৰঙ্গ দানব, নৰকাসুৰ আদি মহাৰজাৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰ, মহামায়া-কেচাইখাইতী গোঁসানীৰ ঠাই কামাখ্যা, শদিয়া, মাইবাং আদি, শিৱ-বাথৌদেৱতাৰ ঠাই মহাভৈৰৱ (তেজপুৰ), উমানন্দ, আদি এতিয়াও পৰিবৰ্ত্তিত ৰূপত অসম ৰাজ্যত আছে। বশিষ্ঠ মুনিৰ আৰাধনাৰ পৱিত্ৰভূমি সন্ধ্যাচল গিৰিৰ বশিষ্ঠাশ্ৰম, নৰকাসুৰৰ বীৰত্ব বিজড়িত নীলাচলৰ কামাখ্যা মন্দিৰ এতিয়াও পুৰণি স্মৃতি-সম্ভাৰ বুকুত লৈ ৰৈ আছে। লুইতৰ মাজত উমানন্দ আছে, উৰ্বশী আছে, আৰু মিছিমি পাহাৰৰ বুকু শোভা কৰি আছে—লোহিত সীমান্তৰ পৰশুৰামকুণ্ড। হিন্দু, মুছলমান, বৌদ্ধৰ তীৰ্থস্থান হাজো। মাজুলী, বৰপেটা, কোচবিহাৰ তিনি ৰাজ্যজুৰি মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰতিষ্ঠাপিত আৰু ধৰ্ম-মত অনুসৃত সত্ৰ-নামঘৰসমূহ, তাৰ উপৰিও দেৱ-দেৱীৰ বিবিধ মন্দিৰ, ৰজা-ৰাণীৰ স্মৃতি-সৌধ, স্মৃতি-সাগৰ, মছজিদ-দৰগাহ, গীৰ্জা, জনজাতীয় পূজা-সেৱাৰ থলী আদিৰে পৰিপূৰ্ণ এয়ে আমাৰ পৱিত্ৰ অসম।[১] এই যে অসমৰ মঠ-মন্দিৰ, তীৰ্থ-পীঠ, সত্ৰ-থান, দৰগাহ, মছজিদ, গীৰ্জা আৰু জনজাতীয় পূজা-সেৱাৰ থলীবোৰ আছে—এইবোৰৰ চৌপাশে নানা আদিম আৰু কৌলিক লোকাচাৰ-লোক উৎসৱ, জনবিশ্বাস আৰু সংস্কাৰে যুগে যুগে বেঢ় দি আছে।

## লোক-উৎসৱৰ পটভূমি

অসমৰ লোক-উৎসৱৰ সংখ্যা সঠিককৈ দিব নোৱাৰি; পাহাৰ আৰু ভৈয়ামত ভিন্ ভিন্ উৎসৱ বিভিন্ন ধৰণেৰে পালন কৰা হয়। একোটা লোক উৎসৱৰ পালনত আঞ্চলিক বা শ্ৰেণীগত পাৰ্থক্যও থাকে। মণিপুৰী (মেইথেই), লুছাই (মিজো), নগা, মিৰি (মিছিং), মিছিমি, আদি (আবৰ), গাৰো, খাছিয়া, বড়ো, মিকিৰ, ৰাভা, লালুং, দেউৰী-চুটিয়া আদি পাহাৰ-ভৈয়ামৰ জনজাতিবোৰৰ মাজতো ভালেমান লোক-উৎসৱ, লোকাচাৰ যুগ

১ পৱিত্ৰ অসম: সঙ্কলয়িতা-সম্পাদক-মহেশ্বৰ নেওগ; অসম সাহিত্য সভা, ১৯৬০; বিশদ বিবৰণৰ বাবে দ্ৰষ্টব্য।

যুগ ধৰি পালিত হৈ আছে। এই লোকসকলৰ মাজলৈ গৈ তেওঁলোকৰ উছৱ-পৰববোৰ নিৰীক্ষণ কৰি বুঢ়া-বুঢ়ী আৰু জনা-বুজা লোকৰ পৰা সুধি-পুছি সাৰমৰ্ম্ম, তাৎপৰ্য্য উলিয়াব লাগিব। নতুবা তেওঁলোকৰ মাজৰে জনা-বুজা আৰু শিক্ষিত লোকে এইবোৰৰ বৰ্ণনা আৰু তাৎপৰ্য্য আগবঢ়াব লাগিব—তেতিয়াহে অসমৰ জনজাতীয় লোক-উৎসৱৰ পৰিচয় পোৱা যাব আৰু সদৌ অসমৰ জনজাতীয় তথা অজনজাতীয় লোক উৎসৱৰ তুলনামূলক অধ্যয়ন সম্ভৱপৰ হব। ভৈয়ামৰ হিন্দু, মুছলমান, শিখসকলৰ মাজতো কিছুমান উৎসৱ-পৰ্ব্ব চলি আছে। খৃষ্টান ধৰ্ম্মত দীক্ষিত হোৱা হোৱা অসমৰ লোকসকলে কিছুমান খৃষ্টান ধৰ্ম্মীয় উৎসৱ আৰু কিছুমান নিজৰ থলুৱা উৎসৱ পালন কৰে। চাহ বাগান, কয়লাৰ খনি আৰু তেলপুঙৰ কোল-মুণ্ডা, চাওঁতাল আদি বনুৱাসকলৰ মাজতো কিছুমান লোক-উৎসৱ আছে। লোক-উৎসৱবোৰৰ পালনত ভৌগোলিক, সামাজিক, অৰ্থনৈতিক আদি কাৰণ থাকিলেও মূলতঃ এইবোৰ জন-গণৰ প্ৰাণৰ পৰা উজাৰি ওলোৱা আবেগ-অনুৰাগৰ খলকনি। এনে পটভূমিতে বিহু অসমৰ এটি লোক-উৎসৱ।

কম-বেছি পৰিমাণে অসমৰ সকলো ঠাইতে বিহুৰ প্ৰচলন আছে—ৰঙালী, ভোগালী আৰু কঙালী এই তিনিটা বিহু উৎসৱৰ ভিতৰত ৰঙালী বিহু বা ব'হাগ বিহু উৎসৱৰ ব্যাপকতা আৰু শ্ৰেষ্ঠতা বিশেষকৈ মন কৰিবলগীয়া। পাহাৰে-ভৈয়ামে বিহু উৎসৱ সকলোৰে জনাজাত—জনজাতীয় লোকসকলৰ মাজতো বিহু উছৱৰ লেখীয়া নিজা নিজা লোক-উৎসৱ আছে। বিহু বুলিলে অসমৰ সকলোৰে মনত অলপ উলহ-মালহ লাগে; বৰ্ত্তমানে বিহু বুলিলে পঢ়াশালী, অফিচ-আদালত বন্ধ দিয়া হয়; খেতিয়ক-বনুৱায়ো কামৰ পৰা ছুটী পায়। সেয়েহে বিহু বুলিলেই কিবা এক আনন্দৰ দিন, কিবা এক ৰং-ৰগৰৰ দিন অহা যেন লাগে।

বিহুক অসমৰ লোক-উৎসৱ বুলি কোৱাৰ কাৰণ হৈছে—ই সমূহ ৰাইজৰে মনত আনন্দ-অনুপ্ৰেৰণা যোগায়; অধিক সংখ্যক লোকেই ইয়াক পালন কৰে আৰু সকলো লোকেই ইয়াৰ প্ৰতি শ্ৰদ্ধা ৰাখে। কোনোবা আবহমান কালৰেপৰা অসম আৰু অসমীয়া জাতিৰ লগত বিহু-উৎসৱ অঙ্গাঙ্গীভাৱে জড়িত হৈছে। বিহুৰ বুকুত অসমীয়া জাতিৰ স্বকীয়া বৈশিষ্ট্যৰ বহুতো নিদৰ্শন নিহিত হৈ আছে। সেয়েহে বিহুৰ প্ৰতি অসমীয়া ডেকা-গাভৰুৰ ইমান আকুল আকৰ্ষণ :—'অতি চেনেহৰে ব'হাগৰ



বিহুটি নেপাতি কেনেকৈ থাকোঁ ?' —আৰু এই বিহু থাকে মানে বিহু-গীত, বিহু-নাচৰ চেও আৰু বোলে, ৰং-ৰগৰ আৰু পান-ভোজনৰ আয়োজনে অসমৰ গাওঁ-ভূই, পথাৰ-সমাৰত আলোড়ন তুলিয়ে থাকে। কিন্তু বিহু নহ'লে সকলো উদং ; সেয়েহে ডেকা-গাভৰুৱে বিহুৰ কাৰণে হা-হুমুনিয়াহ কাঢ়ে :—'বিহু থাকে মানে বিহুকে বিনাবা বিহু গ'লে বিনাবা কাক ?'

এনে চেনেহৰ উৎসৱ এটিক লোক-উৎসৱ বা জাতীয় উৎসৱ নুবুলি উপায় নাই ; বিশেষকৈ আদিম আৰু থলুৱা সুৰৰ বিহুগীত, তাৰ লগে লগে প্ৰকাশ পোৱা টঁকা, পেঁপা, গগনা, ঢোল, শিঙা আদি থলুৱা বাজনা আৰু লয়লাস অঙ্গ-ভঙ্গিমাই এই উৎসৱক সামূহিক নৃত্য-গীতৰ সমাবোহ কৰি তুলিছে। বিহু নৃত্যত আমাৰ থলুৱা নৃত্যকলাৰ প্ৰভাৱ সৰহ। জনসাধাৰণে স্বতঃফূৰ্ত্তভাৱে ৰচনা কৰা বিহুগীতবোৰ আৰু সহজ-সৰল চহা জীৱনৰ সুঠাম, নিপোটল বিহু নৃত্য-ভঙ্গিমাই বিহু-উৎসৱক জাতীয় আৰু লোকপ্ৰিয় উৎসৱ কৰি তোলাত বিশেষ বৰঙনি যোগাইছে।

## বিবিধ লোক-উৎসৱ

বিহু উৎসৱৰ পটভূমি বিচাৰ কৰিবলৈ যাওঁতে অসম আৰু অসমীয়া সমাজত প্ৰচলিত নানা লোকাচাৰ, লোকানুষ্ঠান আৰু লোক-উসৱৰ বিষয়বোৰ আমাৰ মনলৈ আহে। জন্ম, মৰণ, বিবাহ আদি জীৱনৰ যাই উপলক্ষক কেন্দ্ৰ কৰি বিবিধ লোকাচাৰ, লোকানুষ্ঠান সাতামপুৰুষৰ পৰা চলি আছে। বহুতো লোকাচাৰে ধাৰ্মিক আৰু সামাজিক দুয়োটা মৰ্য্যাদা লাভ কৰিছে। অসম এখন কৃষিপ্ৰধান দেশ—ই খেতিয়ক-ৰোৱণীৰ দেশ; ইয়াৰ লোকাচাৰ, ৰীতি-নীতি, উৎসৱ-পৰ্বৰ বেছিভাগ খেতিৰ লগত জড়িত। বিহু যাইকৈ এটি কৃষিমূলক লোক-উৎসৱ। ব'হাগ-বিহু বা ৰঙালী বিহু, কাতি-বিহু বা কঙালী বিহু, আৰু মাঘ-বিহু বা ভোগালী বিহু—এই তিনিটা বিহু উৎসৱ আমাৰ খেতিয়কসকলৰ খেতি-পথাৰৰ তিনিটা স্তৰ ; ই যেন কৃষি-কৰ্ম্মৰ আদ্য, মধ্য আৰু অন্ত্যলীলাহে। এই তিনি বিহু উছৱৰ উপৰিও খেতি-বাতি, ধৰ্ম আৰু সমাজসংক্ৰান্ত নানা প্ৰভাৱত গঢ়ি উঠা কিছুমান উৎসৱ-পৰ্ব আছে ; যেনে—জেঠ-আহাৰ মাহত সাঁথ আৰু আমতী, ভাদত জন্মাষ্টমী আৰু পচতি, তদুপৰি পেক-ভাৱনা আৰু নন্দোৎসৱ,

আহিনৰ মাহত দুৰ্গাপূজা, আইলাপূজা, কাতিত আকাশ-বন্তি আৰু দেৱালী, আঘোণত মহো-হো বা মহ খেদা আৰু ৰাসযাত্ৰা, পুহ-মাঘত মেজি, ভেলাঘৰ সজা আৰু ভোগালী বিহু, ফাগুনত ফাকুৱা বা দোলযাত্ৰা, হোলি-খেলা, গোন্ধ বা স'ৰি সভা, ব'হাগত ভথেলী, স'ৰি আদি উৎসৱ উল্লেখ-যোগ্য; ইয়াৰ বাহিৰেও বছৰৰ ভিন ভিন সময়ত অনুষ্ঠিত ভেকুলী-বিয়া, মাৰৈ-পূজা, দেওধনি, কদলী-পূজা, ধানৰ কঠিয়া বোৱা, ধানৰ আগ কটা বা লখিমী চপোৱা, ন-খোৱা, সুবচনী-পূজা, কুমাৰী পূজা, অপেস্বৰাৰ নাম, বৰাত বা ব্ৰত (সাবিত্ৰী ব্ৰত), আই-নাম, আসন পতা নাম, হীৰা-নাম, পাল-নাম, গৰখীয়া -সেৱা, ভকত-সেৱা, লখিমী-পূজা, শীতলা-নাম, অশোকাষ্টমীৰ মেলা আদি সৰু-বৰ উছৱ-পৰব আছে। এইবোৰ অসমীয়া হিন্দু সমাজতহে ঘাইকৈ প্ৰচলিত। এই উছৱ-পৰবৰ লগত কিছুমান লোকানুষ্ঠান জড়িত হৈ আছে—যেনে ওজাপালী, দেওধাই (দেওলা), দেওধনী, ঢুলীয়া, খুলীয়া, ভাৰৰীয়া (ভাউৰা), পুতলা-নাচ, আপী-ওজা, ভাওনা, যাত্ৰাভিনয় আদি। ওজাপালী, দেওধাই, দেওধনী ঘাইকৈ মনসা-পূজা বা মাৰৈ পূজাৰ লগত বিশেষভাৱে জড়িত। ওজাপালী, ঢুলীয়া, খুলীয়া, পুতলা-নাচ আদি নানা উছৱ-পৰবত লোকৰঞ্জনৰ বাবে ভিন্ ভিন্ সময়ত অনুষ্ঠিত হয়।

## বিহু উৎসৱ

বিহু কৃষিৰ লগত জড়িত এটি উৎসৱ আৰু ই মূলতঃ প্ৰজনন কৃত্য। কৃষিৰ প্ৰজনন বা উৎপাদন বৃদ্ধিৰ বাবে ভগৱানলৈ বা খেতিৰ গৰাকী দেৱ-দেৱীলৈ প্ৰাৰ্থনা জনোৱা নিয়ম ভিন্ ভিন্ জাতি-জনজাতিৰ মাজত প্ৰচলিত আছে; ইয়াৰ লগত নানা লোকাচাৰ, লোকানুষ্ঠান জড়িত হৈছে। বিহু শব্দটো অসমীয়া ভাষাৰ সৰ্বসাধাৰণৰ মাজত বহলভাৱে ব্যৱহাৰ হৈ আহিছে। এই শব্দটোৰ মূল সংস্কৃত ভাষাৰ বিষুৱ-শব্দ বুলি কিছুমান পণ্ডিতৰ দ্বাৰা নিৰ্ণয় কৰা হৈছে যদিও ইয়াৰ ক্ৰমবিকাশত অসমৰ থলুৱা আৰু জনজাতীয় প্ৰভাৱ পৰিছে। বৈদিক আৰ্য্য, থলুৱা অসমীয়া আৰু জনজাতীয় প্ৰভাৱৰ ত্ৰিধাৰাত বিহু উৎসৱ যুগ-যুগান্তৰ অতিক্ৰম কৰি গঢ় দি উঠিছে।

অসমীয়া সমাজত বৰ্ত্তমানে বিহু তিনিটা পালন কৰা হয়:—ৰঙালী বিহু বা ব'হাগ বিহু, কঙালী বিহু বা কাতি-বিহু আৰু ভোগালী বিহু বা মাঘ বিহু। এই বিহু তিনিটাৰ লগত জড়িত লোকাচাৰ, লোকানুষ্ঠান, ৰং-ৰগৰ, উৎসৱ-নৃত্যবোৰ দীঘলীয়া ক্ৰমবিকাশৰ ফল। বিহু উৎসৱৰ মূলতে ধৰ্মগত নিৰ্দ্দেশ কিছু পৰিমাণে আছিল যদিও ক্ৰমবিকশিত সমাজৰ আচাৰ-ব্যৱহাৰ ৰীতি-নীতি আদিয়ে বিহুক পূৰ্ণ পৰ্য্যায়ৰ লোক-উৎসৱৰ শাৰীত প্ৰতিষ্ঠিত কৰিছে।



## ৰঙালী বিহু

প্ৰথমতে ৰঙালী বিহুৰ ইতিবৃত্ত আলচ কৰিলে, আমি জানিবলৈ পাওঁ যে ঐতৰেয় ব্ৰাহ্মণ নামৰ বৈদিক গ্ৰন্থত উল্লেখ আছে—সূৰ্য্য দেৱতাৰ সন্মানাৰ্থে আৰু গৰু-ম'হৰ মঙ্গলৰ নিমিত্তে 'বিষুৱন্ত' অৰ্থাৎ বসন্তকালীন দিন-ৰাতি সমান হবৰ দিন গোৱাময়ন্ নামে উৎসৱ পালন কৰা হৈছিল।[১] আমাৰ ব'হাগ বিহু বা ৰঙালী বিহু চ'ত-ব'হাগৰ দোমাহীৰ সময়ত (বসন্ত-কালীন দিন-ৰাতি সমান হোৱাৰ সময়ত) পতা হয়; ৰঙালী বিহুৰ প্ৰথম দিনাক গৰু-বিহু বোলে। দীঘলতী, মাখিয়তী আদি বনৰীয়া গছৰ ডাল-পাতেৰে গৰু-ম'হক গা ধুৱাই মঙ্গল বিধায়ক মন্ত্ৰ মাতি জৰা-ফুকাৰ নিয়ম আছে। বৈদিক যুগৰ গোৱাময়ন্ উৎসৱত উৎস বিচাৰি পালেও আমাৰ ৰঙালী বিহু যুগে যুগে নানা ৰূপ আৰু সলনিৰ মাজেদি গৰু-বিহু, মানুহ-বিহু, বিহুৱান, নৃত্য-গীত, হুচৰি, ম'হ যুজ, পিঠা-পনা চিৰা-লাৰু আদি সামৰি লৈ ৰং-ৰহইচ আৰু আনন্দমুখৰ উৎসৱত পৰিণত হৈছে।

ব'হাগৰ সাতবিহু সাতদিন জুৰি ৰঙালী বিহুৰূপে অসমৰ ভৈয়ামে-পাহাৰে ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী নিৰ্ব্বিশেষে সকলোৱে পালন কৰে! এই সাতদিন আঙুলিৰ মূৰত লেখি বাট চাই থকা দিন। চ'তে চ'তে গৈ ব'হাগ পালেই অসমত ভেবেলী লতা ফুলে আৰু তাৰ লগে লগে কাজী শিপিনীসকলে খতৰ্ খতৰ্ কৈ মাকো মাৰি ৰঙালী বিহুৰ বাবে বিহুৱান বুই উলিয়ায়। আগেয়ে কপাহ কাটি সূতা কাটি উলিয়াইছিল সকলো শিপিনী-বোৱনীয়ে; আজিকালি বেছিভাগে বজাৰৰ

---

১ অসমীয়া ব্যকৰণ আৰু ভাষাতত্ব: কালিৰাম মেধি ৰচিত; ইংৰাজী পাতনি পৃ ৪১; ১৯৩৬ চন

সূতা কিনি আনে। কপাহী, এড়ি, মুগা আৰু পাট সূতা-কাপোৰৰ ঐতিহ্য আৰু পৰম্পৰা অসম ৰাজ্যত চলি আছে—আমাৰ বিহুৱান এই প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰাৰ বাহক। ৰাজ্যত ৰণ লাগিলে একে ৰাতিৰ ভিতৰতে কৱচ-কাপোৰ বুই দিব পৰা শিপিনীয়ে চ'তৰ শেষত বিহুৱানো বন্ধা সময়ৰ ভিতৰতে উলিয়াই দিয়ে। 'সৰুদৈচিলা, বৰদৈচিলা, ব'হাগৰ বিহুৰে বাতৰি দিলা'—বুলি যেতিয়া ল'ৰা-ছোৱালীয়ে এফাঁকি গীত জোৰে, তেতিয়া হেজাৰ ব্যস্ততা আৰু চিন্তা-ভাৱনাৰ মাজতো ৰঙালী বিহুৱে আমাৰ মনত অলপ নহয় অলপ ৰং-ৰগৰৰ সৃষ্টি কৰে। টকা, পেঁপা, ঢোল, গীতৰ উঠে বোল, নাচে ঐ বিহুৱা কাই—বুলি সাহিত্যৰথী বেজবৰুৱাই এনেয়ে লিখি থৈ যোৱা নাই। ব'হাগ বিহুৰ সময়ত আহোম স্বৰ্গদেৱসকলে মহাপয়োভৰে ৰজাঘৰীয়া উৎসৱ পাতিছিল; ম'হ-যুঁজ, হাতী-যুঁজ, শেন-যুঁজ, গীত-নৃত্য আদিৰ প্ৰতিযোগিতা পতা হৈছিল—আৰু সেইবোৰৰ শ্ৰেষ্ঠ প্ৰতিযোগীসকলক বটা-বাহন দিয়াৰ নিয়ম আছিল। আজিকালিও ঠাই বিশেষে বিহু প্ৰতিযোগিতাৰ প্ৰচলন ভিন্ ভিন্ ৰূপত চলি আছে। বিহুগীত, বিহু-নাচ ৰঙালী বিহুৰ উল্লেখযোগ্য সম্ভাৰ; এই বিষয়ে দুই-চাৰিজন পুৰণি সাহিত্যিকে অৱজ্ঞাসূচক মন্তব্য দিছিল যদিও বৰ্ত্তমানে অসমৰ জাতীয় জাগৰণৰ দিনত বিহু গীত-নৃত্যৰ সমাদৰ বাঢ়িছে। এইবোৰৰ স্বৰূপ মূল্যাঙ্কনে অসমৰ জন-গণৰ সাংস্কৃতিক উৎকৰ্ষতাৰ চানেকীহে ভাৰতবাসী আৰু পৃথিৱীৰ বাইজৰ আগত দাঙি ধৰিব পাৰিব।

ৰঙালী বিহু উৎসৱ ভৰ বসন্তৰ মাজতে অনুষ্ঠিত হয়। প্ৰকৃতিৰ মনোৰম শ্যামলিমাই সমাগত বৰষাৰ আগজাননী দিয়ে। আমৰ মল ৰতাহত উৰে; কুলি-কেতেকীয়ে বিনায়। আমাৰ বাৰমাহী গীতবোৰত ব'হাগ মাহৰ বৰ্ণনা এনেদৰে পোৱা যায়:—

বৈহাগৰ মাহতে শান্তি দেউতাৰ গৰজনি।[১]
দেউতাৰ গৰজনি শুনি মৎসে দেই উজনি॥

[১] দেউতাৰ গৰজনি—দেৱতাৰ গৰ্জন অৰ্থাৎ মেঘ দেৱতাৰ গৰ্জন।



আৰো—

বৈহাগৰ মাহতে শান্তি ডাউকী কান্দয়।
ডাউকীৰ কান্দন শুনি হৃদয় নসহয়॥
০ ০ ০ ০
বৈহাগৰ মাহতে শান্তি কুলিয়ে কৰে ৰাৱ।
কুলিৰ কান্দন শুনি নুজুৰায় মোৰ গাৱ॥

এনে অৱস্থাত ৰঙালী বিহুৰ গীত-মাত, নৃত্য-বাদ্যই প্ৰকৃতি-জীয়াৰী অসমৰ ডেকা-গাভৰুক আকুল-ব্যাকুল কৰি তোলাত আচৰিত হ'বলগীয়া একো নাই। আধুনিক শিক্ষা-দীক্ষাৰ প্ৰভাৱত আমাৰ কিছুমানে অন্তৰৰ আকুল-ব্যাকুল মনোভাৱক কিছু সময়ৰ কাৰণে বান্ধি ৰাখিব খুজিলেও, প্ৰকৃতিপৰায়ণ সৰল গঞা ৰাইজে বিহু বলিয়া মনক বান্ধি ৰাখিব কেনেকৈ?

## কঙালী বিহু

শৰৎকালীন প্ৰকৃতিৰ বুকুত কঙালী বিহু বা কাতি বিহুৰ অনুষ্ঠান পতা হয়। ব'হাগত খেতিয়কসকলে আৰম্ভ কৰা কৃষি-কৰ্ম্মৰ প্ৰায় আধা-আধি আহিনত ওৰ পৰে; ভূই ৰোৱা কাম আহিনৰ আদিভাগতে শেষ হয়। পথাৰত বাঢ়ি অহা লখিমীয়ে যাতে পোক-পৰুৱা আদি অনিষ্ট-কাৰী শত্ৰুৰ পৰা ৰক্ষা পৰি নিৰ্ব্বিঘ্নে নদন-বদন হব পাৰে, তাৰ বাবেই আহিন-কাতিৰ দোমাহীৰ দিনা সন্ধিয়া চাকি-বন্তি, ধূপ-ধুনা, নৈবেদ্য আদিৰে তুলসীৰ গুৰি, ঘৰ-বাৰী, পথাৰ-সমাৰত বন্দনা কৰা হয়। এই বিহুৰ দিনাই কাতিয়ান শালিধানে থোৰ মেলে বুলি এটি জনবিশ্বাস আছে। ধানৰ পথাৰত, মাহতলীৰ সমুখত, বাৰীত শাক-পাচলিৰ কাষত, তদুপৰি গৃহস্থৰ গোহালী, ৰান্ধনী-ঘৰ, থকা-ঘৰ, ভঁৰাল-ঘৰ (ভাখেৰী) আদিত চাকি-বন্তি-নৈবেদ্য দিয়াৰ উপৰিও তুলসীৰ গুৰিত চাকি-বন্তি দি ওপৰত আকাশ-বন্তি আগবঢ়োৱা হয়। ৰঙালী বিহুৰ পৰা কঙালী বিহুলৈকে ছমাহকাল বাগৰি যায়:—এই সময়ত খোৱা-লোৱা বস্তুৰ নাটনি হয়; গৰু-ম'হৰো ঘাঁহ-বন নাইকিয়া হৈ পৰে। এনে অভাৱ-অনাটনৰ পটভূমিত কাতি-বিহুক কঙালী বিহু বুলি অসমীয়া ৰাইজে আখ্যা দিলে যেন অনুমান হয়। কঙালী বিহুত ৰঙৰ বোল, ভোগৰ আহ্বান নাই, আছে অন্তৰৰ কাতৰ নিবেদন।

## কঙালী বিহুৰ আতিগুৰি

বৈদিক যুগত অশ্বিন্ দেৱতাৰ সন্মানাৰ্থে কাতি-বিহুৰ নিশা পূজা-সেৱা, যাগ-যজ্ঞৰ বিধান আছিল ; ঐতৰেয় ব্ৰাহ্মণ নামৰ বৈদিক গ্ৰন্থমতে অশ্বিন্ দেৱতাৰ পূজাৰ লগতে অতিৰাত্ৰ নামেৰে যজ্ঞ এটি সম্পন্ন হৈছিল। ধন-সম্পত্তি আৰু প্ৰজনন বৃদ্ধিৰ বাবে এই উৎসৱ পাতিছিল। অতিৰাত্ৰ যজ্ঞত নিশা জুইৰ চাৰিওপিনে ঘূৰি ঘূৰি সোমৰস পান কৰাৰ নিয়ম আছিল। পিছে আমাৰ কাতি-বিহুত বৈদিক নিয়মৰ ক্ষীণ স্মৃতি থাকিলেও, ইয়াৰ ধৰণ-কৰণ ভালেখিনি বেলেগ। পথাৰৰ লখিমী যাতে নিৰ্ব্বিঘ্নে বাঢ়িব পাৰে আৰু অপায়-অমঙ্গল দূৰ হয়, তাৰ কাৰণে শহ-মাহৰ গুৰিত চাকি-নৈবেদ্য দিয়া হয়। দীঘল বাঁহ পুতি কাতি-বিহুৰ সন্ধিয়াবেপৰা গোটেই কাতিৰ মাহজুৰি ওপৰত আকাশ-বন্তি দিয়াৰ নিয়ম গাওঁ-ভূঁইত চলি আছে :—

'আহিনৰ মাহতে শান্তি তুলসীৰ গোৰে চাতি।
বিধবা ব্ৰাহ্মণী পূজে হাতে লৈয়া বাতি॥'

সন্ধিয়া তুলসীৰ গুৰিত, আকাশ-বন্তিৰ তলত জাকে-জাকে ল'ৰা-ছোৱালীৰ নামৰ জাউৰি উঠে :—

'তুলসীৰ গোৰে গোৰে মৃগ-পছু চৰে।
তাকে মাৰিবাক লাগি ৰামে যতন কৰে॥'
আৰু— 'কাতিমহীয়া তুলসীৰে গোৰে জলে চাতি।
ওপৰতে ধৰম বজাই লগাই থৈছে বাতি॥'

## ভোগালী বিহু

ইয়াৰে পিচতে আহিল—শীতৰ বন্দনাৰে, অগ্নিৰ উপাসনাৰে ভোগালী বিহু বা মাঘ বিহু। ভোগালী বিহুৱে আমাৰ কৃষি-কৰ্ম্মৰ অন্ত্যলীলা আৰু ভোগৰ আহ্বান সূচায়। পুহৰ শেষ পষৰপৰাই পথাৰত নৰা-কটা, বাৰীৰ বাঁহ, কল-চোঁচনি গোটোৱা, কাঠ-খৰি যোগাৰ আদিৰ কাম গাঁৱৰ ডেকা ল'ৰাহঁতে আৰম্ভ কৰে। মেজি, মঠ, ভেলাঘৰ (হাবলি-ঘৰ) বান্ধিবলৈ ইখন-সিখন গাঁৱৰ ডেকাল'ৰাৰ মাজত প্ৰতিযোগিতা চলে ; ঠাই-বিশেষে একেখন গাঁৱৰ ভিতৰতে ভিন্ ভিন্ চুবুৰিত বেলেগ বেলেগ মেজি-মঠ, ভেলাঘৰ সাজে। পথাৰৰ লখিমী ঘৰ চাপিছে ; ভোগৰ সম্ভাৰ গোট খাইছে ; মাঘ বিহুৱে আমাৰ খেতিয়ক-ৰোৱণীৰ দুখ-কষ্টৰ বিনিময়ত ভোগৰ সামগ্ৰী যাচিছে ; এয়া যেন মৰম আৰু শলাগৰ বিনিময়—লখিমী আৰু ৰাইজৰ মাজত।

বৈদিক যুগৰ অগ্নিপূজা আৰু মহাব্ৰত যজ্ঞৰ লগত আমাৰ ভোগালী বিহুৰ দূৰণীয়া সম্বন্ধ আছে। মহাব্ৰত যজ্ঞৰ বিষয়ে ঐতৰেয় ব্ৰাহ্মণত থকা বৰ্ণনা আৰু ডাঃ কীথৰ মন্তব্য আলচ কৰি স্বৰ্গীয় কালিৰাম মেধিয়ে ভোগালী বিহুক প্ৰজনন কৃত্য বুলি অভিহিত কৰিছে।(১) ভেলাঘৰ বা হাবলি-ঘৰৰ জুইৰ লগত মহাব্ৰত যজ্ঞৰ অগ্নিকুণ্ড আৰু তাৰ চৌপাশে কৰা নৃত্যৰ সাদৃশ্য বৰ্ণনা কৰা হৈছে।

মাঘ-বিহুৰ মেজি-মঠ, ভেলা-ঘৰ, কণী-যুঁজ, চিৰা-পিঠা, পান-ভোজন, মাছমৰা, শহা-পহু চিকাৰ আদি নানাবিধ লৌকিক আচাৰে এই উৎসৱৰ বৈদিক পৰম্পৰাতকৈ অষ্ট্ৰিক (নিষাদ) আৰু তিব্বতবৰ্ম্মী (কিৰাত) প্ৰভাৱ সমূহৰ প্ৰতিহে আমাক যাইকৈ আকৃষ্ট কৰে। ভেলা-ঘৰ বা হাবলি-ঘৰৰ লগত তিব্বত-বৰ্ম্মীসকলৰ ডেকা-চাং বা মৰঙৰ স্মৃতি-বিজড়িত বুলি দুই-চাৰিজন পণ্ডিতে অভিমত দিছে। এই সম্পৰ্কত স্বৰ্গীয় বিৰিঞ্চিকুমাৰ বৰুৱাই মন্তব্য দিছে :—"ভৈয়ামৰ মাঘৰ বিহুৰ হাবলি বা ভেলাঘৰত ডেকা-চাঙৰ কিছু স্মৃতি ৰৈছেগৈ। গাঁৱৰ সকলো ডেকাই মিলি-জুলি ভেলা-ঘৰ বান্ধে, কাঠ-খৰি যোগায়। মাঘ মাহটোৰ নিশা ভেলা-ঘৰত গীত-নাচ কৰি ভোজ-ভাত খাই কটায়।..মৰং বা ডেকাচাং তিব্বত-বৰ্ম্মীভাষীৰ সামাজিক জীৱনৰ অপৰিহাৰ্য্য অনুষ্ঠান।.."(২) কণী-যুঁজ প্ৰজনন কৃত্য হিচাবে সম্ভৱতঃ অষ্ট্ৰিকসকলৰ দান। মাঘ-বিহুৰ আগদিনা সমূহীয়াভাৱে মাছমৰা নিয়মটো তিব্বত-বৰ্ম্মী বা কিৰাতৰ দান বুলি বিশ্বাস হয়। মাঘ বিহুৰ দিনা আগবেলা বা আবেলি গাঁৱৰ ল'ৰাবোৰে শহা, কেৰ্কেটুৱা, শিয়াল আদি খেদি চিকাৰ কৰা প্ৰথাতো পুৰণি জনজাতীয় জীৱনৰ আঁচোৰ পৰিছে। অসমীয়া মানুহৰ প্ৰিয় তামোল-পাণ বিহু-হুচৰি আদিত ব্যৱহৃত হয়। এই তামোল-পাণৰ ব্যৱহাৰ ইণ্ডো-ইউৰোপীয় ভাষীৰ (আৰ্য্যসকলৰ) মাজত

---

(১) অসমীয়া ব্যকৰণ আৰু ভাষাতত্ত্ব ; ইংৰাজী পাতনি, ৪০ পৃষ্ঠা।
(২) অসমীয়া ভাষা আৰু সংস্কৃতি ; বিৰিঞ্চিকুমাৰ বৰুৱা : ১৯৫৭ ; ১১১ পৃষ্ঠা।

নাছিল আৰু ই ষাইকৈ ইণ্ডো-চীন আৰু অষ্ট্ৰিক সকলৰ মাজতহে প্ৰচলিত আছিল। তামোল বুজোৱা শব্দৰ মূল বিচাৰি প্ৰাক্-আৰ্য্য আৰু প্ৰাক্-দ্ৰাবীড়ী সম্পৰ্কীয় পুথিত অষ্ট্ৰিক ভাষালৈহে আঙুলিওৱা হৈছে। বিহুৰ সময়ত প্ৰচলিত ঢোপখেলা অষ্ট্ৰিকসকলৰ বৰঙণি বুলি বিশ্বাস হয়। তদুপৰি মাঘ-বিহুৰ চুঙা-পিঠা, মেজি-মঠ আৰু ভেলা-ঘৰত বাঁহৰ ব্যৱহাৰে তিব্বত-বৰ্ম্মীসকলৰ চোকা প্ৰভাৱৰ ইঙ্গিত দিয়ে।

অসমীয়াৰ লোক-উৎসৱ হিচাবে তিনি বিহুৱে যুগৰ জপনা পাৰ হৈ নানা ঘাত-প্ৰতিঘাতৰ মাজেদি আগবাঢ়ি আহিছে।, বিহুৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, গীত-মাত, নৃত্য-বাদ্য আদিৰ অন্তৰালত অসমীয়া গাঁৱলীয়া জীৱনৰ বিশিষ্ট ধাৰা আৰু ঐতিহ্য নিহিত হৈ আছে। সেয়েহে বিহু আমাৰ আপোন; বিহু অসমীয়া ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী সকলোৰে সমানে আপোন। আনকি অসমৰ গছ-লতা, চৰাই-চিৰিকতি সকলোকে বিহুৱে আপোন কৰি লৈছে :—

'বিহুৱে বিৰিণা পাতে ঐ বহনা
বিহুৱে বিৰিণা পাত।
গাভৰু ছোৱালী নাচে জুমে জুমে
চ'তৰ বিহু লাগিছে গাত ॥'

এই লোক-উৎসৱ বিহুক কেন্দ্ৰ কৰিয়ে অসমৰ পাহাৰ-ভৈয়ামৰ জন-গণৰ সমাজ-সংস্কৃতিয়ে যুগে যুগে বিকাশ লাভ কৰিছে; অন্যান্য লোক-উৎসৱ-সমূহেও বিহুৰ চৌপাশে সৌৰজগতৰ দৰে ঘূৰি থাকি বছৰৰ পাচত বছৰ জুৰি জীৱন-যাত্ৰাক বিচিত্ৰ আৰু ৰসাল কৰি তুলিছে। বিহু আৰু লোক-উৎসৱসমূহক আমি জন-গণৰ সমাজ-জীৱনৰ প্ৰতিচ্ছবি হিচাবে নতুন নতুন দৃষ্টিভঙ্গী আৰু পৰিবৰ্তিত অৱস্থাৰ লগত খাপ খুৱাই বিশ্লেষণ কৰিব লাগিব। আমাৰ লোক-উৎসৱ আৰু ইবোৰৰ লগত জড়িত আচাৰ-বিচাৰ সমূহক সমাদৰ কৰি যুগৰ হেঁচাত এই সকলো উছৱ-পৰৱ, আচাৰ-বিচাৰ হেৰাই যোৱাৰ আগতে সংৰক্ষণ কৰি জাতীয় সম্পদৰূপে পৃষ্ঠপোষকতা আগবঢ়াব লাগিব।

## বিহু আৰু অসমৰ জনজাতি

চ'তে চ'তে গৈ ব'হাগ পায়হি; ভেবেলী লতা ফুলে। বননিৰ ভেবেলী লতাই মনতো আশাৰ পদুম ফুলায়। আমি বিহু পাতোঁ। এয়া আমাৰ ৰঙালী বিহু; ই ৰঙেৰে ৰঙীন। এই বিহু ৰঙৰো, ৰসৰো। প্ৰকৃতিৰ গাত ৰঙৰ বোল লাগে। ৰামধেনুৰ বৰণ চুৰ কৰি আনি গছ-লতাই হোলি খেলায়। গছৰ ডালত চকু দিলে দেখিব—ৰংবিৰঙৰ চৰাই; সিহঁতৰ কণ্ঠত নানা সুৰৰ মধুৰ আৱাৰ। ৰঙালী বিহুত ৰঙৰ ওৰ নাই। গীত, বাদ্য, নৃত্যৰ ত্ৰিবেণী সঙ্গমত ৰঙালী বিহুৱে ৰঙ-ৰসৰ ৰহঘৰা সাজে। বিহুগীত আৰু হুচৰিৰ সুৰে সুৰে, টকা, পেঁপা, ঢোল, গগনাৰ তালে তালে, কঁকাল সৰু সৰু নাচনীৰ নাচৰ ছেৱে ছেৱে, ব'হাগৰ বিহুৱে আমাক ৰঙৰ বতৰা দিয়ে; জীয়া জীৱনৰ আবেগ-অনুৰাগৰ ঢৌ বোৱাই দিয়ে। আমাৰ চাৰিওকাষৰ আকাশ-বতাহ আৰু বহল পৃথিৱী নতুন আলোকত উজলি উঠে। বননিৰ বসন্তই মনৰ বসন্ত জগাই তোলে। আমি আদিতে বনৰীয়া আছিলোঁ; এতিয়াও ফাঁকে ফাঁকে মুকলি হবৰ অৱকাশ পালেই বনৰীয়া হৈ পৰোঁ। সেয়েহে আমি বিহুতলীলৈ ঢাপলি মেলোঁ; আমাৰ হিয়াত বননিৰ মুকলিমূৰীয়া আহ্বান; আমাৰ বিহু মাৰি ফুৰিবৰ মন।

অকল ৰঙালী বিহুতে নহয়, ভোগালী বিহুতো আমি কম হেঁপাহ পলুৱাওঁনে? ভোগালী বিহুৰ পিঠা-পনা, চিৰা-দৈ, লাৰু-মাহকৰাইৰ গোন্ধবোৰ ব'হাগৰ বিহুবলিয়াহঁতৰ নাকেমুখে লাগিয়ে থাকে। মেজি-মঠ, ভেলাঘৰৰ জুইবোৰৰ শিখা আৰু আঙঠা মনৰ পথাৰত সহজে নুনুমায়। ভোগৰ পিচতেহে আমি ৰং-ৰহইচ পাতো। আমি উদং পথাৰত গৈ আকৌ নতুনকৈ কঠিয়া সিঁচিম। শূইন ভঁৰাল পূৰাবৰ কাৰণে আমি লখিমীক চাকি-বন্তি দি বন্দনা কৰিম : আমাৰ কঙালী বিহুৰ কাতৰ মিনতি দুখীয়া হৈ ৰবৰ কাৰণে নহয়; ই কঙাল হিয়াৰ কৰুণ কাকুতিও নহয়; ইয়াত আছে ভোগালীৰ ভোগৰ সম্ভাৱনা, ৰঙালীৰ ৰঙীন ৰাং-পতা। আমি পথাৰত চাকি-বন্তি জলাওঁ, ওপৰত আকাশ-বন্তি উৰাওঁ—কাতি মাহৰ কুঁৱলী আঁতৰাই আমি সৃষ্টিৰ বন্দনা কৰি আহিছোঁ; আমাৰ লখিমী চিৰসম্ভৱা।

ৰঙালী, কঙালী আৰু ভোগালী—এই তিনিওটি বিহুৱেই অসমৰ আদিম

কৃষি উৎসৱ। এইবোৰ আদিম লোকসকলৰ প্ৰাণৰ পৰশ থকা খেতি-পথাৰ আৰু গণ-জীৱনৰ বিবিধ কৃষ্টিৰ মধুৰ নিদৰ্শন। অসমৰ আদিম অধিবাসীসকলে ইতিহাসৰ অজান পুৰাতে চিকাৰ এৰি খেতিকে ঘাই জীৱিকাৰ উপায় কৰি ললে। অসমৰ বহল পথাৰ, সাৰুৱা ভৈয়াম, নদী-নিজৰাৰে ভৰপূৰ শ্যামল পাহাৰৰ উঠা-নমা ভূমিভাগ যুগে যুগে কৃষি-জীৱনৰ হেঁপাহৰ ধন হৈ আহিছে। ভাৰতবৰ্ষৰ অধিবাসীসকলৰ বিষয়ে পণ্ডিতসকলে জাতি, ভাষা, সংস্কৃতি আদিৰ তুলাচনীৰে জুখি কিছুমান সিদ্ধান্ত কৰিছে: তেওঁলোকৰ মতে নেগ্ৰিটো বা নিগ্ৰইডসকলেই ভাৰত-ভূমিৰ প্ৰাচীনতম অধিবাসী। নেগ্ৰিটোসকল আছিল চিকাৰজীৱী; তেওঁলোকে খাদ্য উৎপাদন নকৰিছিল, আহৰণহে কৰিছিল। অসমৰ বৰ্তমান নগা গোষ্ঠীৰ লোকৰ গাত আদিম নেগ্ৰিটোৰ তেজ আছে যদিও নেগ্ৰিটো অধিবাসীৰ সংখ্যা অসমত নগণ্য বুলিবই পাৰি; অষ্ট্ৰোলয়ড নাইবা অষ্ট্ৰিক ভাষা-ভাষী খাছিয়া, জয়ন্তীয়াসকলৰ পূৰ্বপুৰুষ আৰু তিব্বত-বৰ্ম্মী ভাষী মঙ্গোলয়ড (কিৰাত)-সকলে আছিল অসমৰ আদিম অধিবাসী। অষ্ট্ৰিক (নিষাদ, শবৰ, চাওঁতাল, কোল, ভীল আদি) আৰু মঙ্গোলয়দ বা কিৰাতৰ (বড়ো, ডিমাছা, মিকিৰ, ৰাভা, মিছিং, গাৰো আদি) সংমিশ্ৰণৰ পিচত অসমৰ খাছিয়া-জয়ন্তীয়া লোকসকল অষ্ট্ৰিক ভাষা-ভাষী হৈ ৰ'ল যদিও তেজ-মঙ্গহৰ ফালৰ পৰা মঙ্গোলয়দ বা কিৰাত প্ৰধান হৈ পৰিল—এই মৰ্মে 'কিৰাত-জন-কৃতি' গ্ৰন্থত ডক্টৰ সুনীতিকুমাৰ চট্টোপধ্যায়ে অভিমত দিছে। অষ্ট্ৰিক ভাষা-ভাষী লোকসকলৰ পূৰ্ব-পুৰুষসকলেই অসমত পাহাৰী জুম খেতি জোং আৰু কোৰেৰে আৰম্ভ কৰিছিল। আনহাতে, তিব্বত-বৰ্ম্মী ভাষা-ভাষী (মঙ্গোলয়দ) কিৰাতসকলে ভৈয়ামত, নৈ-নলাৰ পাৰে পাৰে বসতি স্থাপন কৰি হাল বাই খেতি-বাতিৰ প্ৰচলন কৰে। আৰ্য্যসকল অসমলৈ আহি এই খেতিয়ক আদিম অধিবাসী-সকলৰ কৃষিকেন্দ্ৰী সাংস্কৃতিক জীৱনত কিছু প্ৰভাৱ বিস্তাৰ কৰিলেও, থলুৱা আচাৰ-ব্যৱহাৰ, ধৰ্মানুষ্ঠান, লোক-উৎসৱ, লোক নৃত্য-গীত-সংস্কাৰসমূহ বহু পৰিমাণে প্ৰচলিত আৰু অপৰিৱৰ্তিত হৈ ৰ'ল; বৰঞ্চ আৰ্য্যসকলৰ সাংস্কৃতিক ক্ষেত্ৰত এইবোৰে কিছু প্ৰভাৱ পেলালে। ভাৰতীয় আৰ্য্য হিন্দু সমাজত সৰ্পপূজা আৰু মাৰৈ বা মনসা দেৱীৰ আৰাধনা, শিৱ আৰু পাৰ্বতীৰ উপাসনাৰ ক্ষেত্ৰত অষ্ট্ৰিক, দ্ৰাবিড়ী, তিব্বত-বৰ্ম্মী ভাষী লোকসকলৰ গভীৰ প্ৰভাৱ পণ্ডিতসকলে সাব্যস্ত কৰিছে।



অসমৰ বিহু উৎসৱ আদিম অধিবাসীসকলৰ (আজি কালিৰ ভাষাত জনজাতিসকলৰ) কৃষি-উৎসৱৰ অঙ্কুৰ ফালি ওলাই বিভিন্ন যুগৰ বোৱতী ধাৰাৰ উৰ্বৰতাৰে শক্তিমন্ত হৈ আৰ্য্যহিন্দুপ্ৰধান সমাজত পত্ৰ-পল্লৱ সমন্বিতে বটবৃক্ষৰ দৰে বাঢ়ি আহিছে। আৰ্য্যসকলে ভাৰতবৰ্ষলৈ আহি থলুৱা মাত-কথা, আচাৰ-ব্যৱহাৰত হয় সনাতন-হিন্দু ধৰ্মৰ বোল সানিছিল, নহয় দেৱভাষা সংস্কৃতৰ সংজ্ঞাৰে সেইবোৰ নতুনকৈ অভিহিত কৰি আৰ্য্য জীৱন-ধাৰাৰ শাৰীত তুলি লৈছিল। বিজেতাৰ জয়-উৎসৱে ৰাজনৈতিক পৰিবৰ্তনৰ সৃষ্টি কৰিলেও সামাজিক গাঁথনি সতকাই ভাঙিব নোৱাৰে। উদাহৰণ স্বৰূপে—অসমৰ খাছিয়া-জয়ন্তীয়া পাহাৰৰ আদিম অধিবাসী সকললৈ চাওক: এই আদিম অধিবাসীসকলৰ বৰ্তমান বংশধৰসকলে অষ্ট্ৰিক ভাষা-গোষ্ঠীৰ অন্তৰ্গত খাছিয়া, জয়ন্তীয়া (ছিন্‌টেং) আদি ভাষা কয়; মাতৃপ্ৰধান বা 'আইৰ ঘৰীয়া' সমাজ মানে; কিন্তু নৃতাত্ত্বিক বিচাৰেৰে এই লোকসকল মঙ্গোলয়ড বা কিৰাত; এওঁলোকৰ মুখত তিব্বত বৰ্ম্মী বা চীন-তিব্বতীয় ভাষাহে থাকিব লাগিছিল। ইয়াৰ কাৰণ হয়তো এনে হব পাৰে: অষ্ট্ৰিক ভাষী খাছিয়া-জয়ন্তীয়াসকল আৰু তিব্বত বৰ্ম্মী ভাষী মঙ্গোলয়দ (কিৰাত) সকলৰ পূৰ্বপুৰুষ গুৱিতে কোনো এখন উমৈহতীয়া ঠাইৰপৰা আহি বিভিন্ন ভাষা-ভাষীৰ সংমিশ্ৰণত প্ৰভাৱান্বিত হৈ অসমত ভিন ভিন সময়ত বেলেগ বাটেৰে সোমাইছিল। নতুবা কম সংখ্যক তিব্বত-বৰ্ম্মী ভাষী মঙ্গোলয়ড বিজেতাই খাছিয়া-জয়ন্তীয়া পাহাৰ অঞ্চলত ৰাজ্য স্থাপন কৰি অধিক সংখ্যক স্থানীয় অধিবাসীৰ সৈতে তেজ-মঙ্গহৰ ক্ষেত্ৰত মিলি গৈ অষ্ট্ৰিক ভাষীৰূপে থাকি গ'ল—অৰ্থাৎ বিজিতৰ অষ্ট্ৰিক ভাষা আৰু মাতৃপ্ৰধান সামাজিক গাঁথনিকে তিব্বত-বৰ্ম্মী ভাষী মঙ্গোলয়ডসকলে গ্ৰহণ কৰিলে। শ্যাম-টাই ভাষা গোষ্ঠীৰ আহোম সকলেও অসম ৰাজ্য জয় কৰি খৃষ্টীয় তেৰ শতিকাতে আৰ্য্য হিন্দুধৰ্ম আৰু অসমীয়া ভাষাকে গ্ৰহণ কৰাৰ ঐতিহাসিক পটন্তৰ এনে ক্ষেত্ৰত তুলনীয়।

ভাৰতৰ ভাষাবিদ ৰাষ্ট্ৰীয় অধ্যাপক সুনীতিকুমাৰ চট্টোপাধ্যায়ে অসমৰ অষ্ট্ৰিকভাষী খাছিয়াসকলৰ ভাষা আৰু নৃতত্ত্ব সম্বন্ধে 'কিৰাত-জন-কৃতি' গ্ৰন্থত এই মৰ্মে অভিমত দিছে:—'অসমৰ খাছিয়াসকল বিশেষভাৱে লক্ষ্য কৰিবলগীয়া। তেওঁলোক আদিম বড়োভাষী এলেকাত মন্-খেমৰ (অষ্ট্ৰিক নাইবা অষ্ট্ৰো-এছিয়াটিক) ভাষীৰ এটি দ্বীপ যেন হৈ আছে। জাতিৰ ফালৰ পৰা তেওঁলোক ইণ্ডো-মঙ্গোলয়ড (ভাৰতীয় কিৰাত); কিন্তু

তেওঁলোকৰ ভাষা বিভিন্ন। এনে বোধ হয় যে তেওঁলোক গুৰিতে মঙ্গোলয়ড মানুহ আছিল। তিব্বত-বৰ্মী ঘাই বাসস্থানৰ পৰা ফালৰি কাটি দক্ষিণলৈ অহাৰ পিচত তেওঁলোকে প্ৰাচীনতৰ জাতি অষ্ট্ৰিক বা প্ৰটো-অষ্ট্ৰালয়ডসকলৰ ভাষা গ্ৰহণ কৰে। হয়তো ব্ৰহ্মদেশত থাকোঁতেই সেই লোকসকলে অষ্ট্ৰিক (মন্-খেমৰ) গোষ্ঠীৰ খাছিয়া ভাষা গ্ৰহণ কৰিব পাৰে; ইয়াৰ পিচত তেওঁলোক অসমলৈ আহি খাছিয়া আৰু জয়ন্তীয়া পাহাৰত বসবাস কৰি পিচৰ যুগত অহা বড়োসকলৰ সকলো সম্ভাৱিত আক্ৰমণ সফলভাৱে বাধা দি বিচ্ছিন্ন নোহোৱাকৈ বা সত্তা বিলোপ নোহোৱাকৈ আছে। আৰু এটা কথা সম্ভৱ হব পাৰে: খাছিয়া আৰু জয়ন্তীয়া পাহাৰ তথা শ্ৰীহট্টৰ (ছিলেট) উপত্যকা অঞ্চলত বিভিন্ন তিব্বত-বৰ্মী ভাষা-ভাষী জনজাতিয়ে আদিম অষ্ট্ৰিকভাষী লোকৰ মাজত বসবাস কৰিছিল; এই তিব্বত-বৰ্মীসকলৰ উপভাষাৰ সংখ্যা সৰহ আৰু ভিন ভিন হোৱা কাৰণে তেওঁলোকে অষ্ট্ৰিক ভাষাকে গ্ৰহণ কৰিলে। অসমলৈ বড়োসকলৰ বিস্তাৰৰ সোঁত বোৱাৰ আগেয়ে সম্ভৱতঃ এই ভাষাগত সালসলনি হৈছিল।'—তিব্বত-বৰ্মী মঙ্গোলয়ড লোকে অষ্ট্ৰিক ভাষা (খাছিয়া-জয়ন্তীয়া) আৰু মাতৃপ্ৰধান সমাজ ব্যৱস্থা গ্ৰহণৰ এনে কাহিনীয়ে বিহু আৰু অসমৰ সামূহিক সংস্কৃতিৰ এটি হেৰোৱা আঁত দাঙি ধৰিছে। বিহু উৎসৱৰ পৰম্পৰা আৰু কাল আৰ্য্য হিন্দুসকলৰ পৰা আহিব পাৰে—কিন্তু অসমৰ সৰ্বসাধাৰণ লোকে বিহু উৎসৱ পালনৰ বিবিধ নিয়ম আৰু কৃত্যবোৰত থলুৱা আৰু আদিম জাতি-উপজাতি বা জনজাতিৰ বিবিধ বৰঙনি আছে। নতুবা এনে হবও পাৰে—অসমলৈ অহা কম সংখ্যক আৰ্য্যভাষা-ভাষী লোকে অষ্ট্ৰিক, দ্ৰাবিড়ী, কিৰাত ভাষা-ভাষী বিভিন্ন লোকৰ মাজত সংস্কৃত মূলজ অসমীয়া ভাষাকে প্ৰতিষ্ঠিত কৰিলেও তেজ-মঙ্গহৰ সম্বন্ধ আৰু উৎসৱ পৰ্ব্বৰ ক্ষেত্ৰত একেটা সাংস্কৃতিক সমন্বয় ঘটিল; অসমৰ প্ৰধান ভাষা অসমীয়া আৰ্য্য ভাষা গোষ্ঠীৰ সংস্কৃত মূলজ যদিও ইয়াৰ ধ্বনি, ৰূপ, শব্দ-সম্ভাৰ আৰু বাক্যৰীতিত থলুৱা আৰু আদিম জাতীয় প্ৰভাৱ ব্যাপক; অসমীয়া ভাষী লোকসকলৰো সৰহ সংখ্যকে অষ্ট্ৰিক-দ্ৰাবিড় আৰু মঙ্গলয়ড (কিৰাত) জাতিৰ তেজ-মঙ্গহ বহন কৰি আছে, নদিক আৰ্য্যৰ তেজ-মঙ্গহৰ পৰিমাণ কিমান নগণ্য সেই বিষয়ে নৃতাত্ত্বিক গবেষণাই আমাক অদূৰ ভৱিষ্যতত সম্ভেদ দিব পাৰে। অসমীয়া ভাষাৰ দৰেই বিহুৰ জন্ম আৰু ক্ৰমবিকাশতো আৰ্য্যভিন্ন জাতি-উপজাতিৰ দান উল্লেখযোগ্য।



আৰ্য্যসকল সম্ভৱতঃ কমপক্ষেও খৃষ্টপূৰ্ব ডেৰ হেজাৰ বছৰৰো আগতে ভাৰতত প্ৰবেশ কৰিছিল। তেওঁলোকে আদিম অষ্ট্ৰিকভাষীসকলক নিষাদ, শবৰ আদি আখ্যা দিছিল; দ্ৰাবিড়-ভাষীসকলক দাস-দস্যু, অসুৰ আদি নামেৰে আৰু তিব্বত-বৰ্মী মঙ্গোলয়ডসকলক কিৰাত আদি নামেৰে অভিহিত কৰিছিল। এই আদিম অধিবাসীসকলৰ কিছুমানক স্বাধীন ভাৰতৰ সংবিধানে জনজাতি (ট্ৰাইব্) আখ্যা দিছে। অসম ৰাজ্য প্ৰাচীনতম কালত জনজতিৰ বাসভূমি আছিল। কিৰাতসকল খৃষ্টপূৰ্ব দশম শতিকাৰ পৰাই ভাৰতত থকাৰ প্ৰমাণ পোৱা গৈছে। বৰ্তমান অসমৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বত-বৰ্মী ভাষা-ভাষী মঙ্গলয়ড লোকসকলৰ পূৰ্বপুৰুষ আৰ্য্যসকলৰ যজুৰ্বেদ, অথৰ্ববেদ, মহাভাৰত আদি গ্ৰন্থত কিৰাত বুলি বৰ্ণিত হৈছে: কিৰাত শব্দটিৰ পোনপ্ৰথম উল্লেখ যজুৰ্বেদত পোৱা গৈছে। অথৰ্ববেদত কিৰাত ছোৱালী এজনীয়ে ওখ পাহাৰৰ ওপৰত সোণৰ বন কৰা খন্তিৰে দৰবৰ শিপা খন্দাৰ উল্লেখ আছে। মহাভাৰতৰ সভাপৰ্ব আৰু ভিন ভিন পৰ্বত কিৰাতসকলৰ দেহশ্ৰী আৰু বল-বিক্ৰমৰ বিবিধ বৰ্ণনা পোৱা যায়। শিৱই কিৰাত ৰূপেৰে অৰ্জুনৰ শক্তিপৰীক্ষা কৰিছিল। ভীমে বিদেহৰাজ্যলৈ আহি সাতজন কিৰাত অধিপতিক পৰাস্ত কৰে। প্ৰাগ্‌জ্যোতিষৰ ম্লেচ্ছ অধিপতি ভগদত্তই কিৰাত আৰু চীনসকলেৰে গঠিত সৈন্যবাহিনীৰে কুৰুক্ষেত্ৰ মহাসমৰত পাণ্ডৱৰ বিপক্ষে ভূমিকা লৈছিল (মহাভাৰতৰ সভাপৰ্ব)।[১]

কিৰাতসকলৰ গাৰ বৰণ সোণৰ দৰে হালধীয়া আছিল বুলি মহাভাৰত আৰু ৰামায়ণত বৰ্ণিত হৈছে; ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডত কিৰাতসকলৰ ৰূপ বৰ্ণনা প্ৰসঙ্গত তেওঁলোক সুদৰ্শন, সোণৰ দৰে উজ্জ্বল, মূৰত জোঙা চুলিৰ জঁট, পানীৰ তলেদি বগাব পৰা (অন্তৰ-জল-চৰা) আৰু মানুহ-বাঘৰ দৰে ভয়ানক (ঘোৰা নৰ-ব্যাঘ্ৰা) বুলি অঙ্কিত হৈছে। যোগিনীতন্ত্ৰত কামৰূপৰ (পুৰণি অসম) ধৰ্ম আৰু আচাৰ-অনুষ্ঠান কৈৰাতজ অৰ্থাৎ কিৰাত মূলজ বুলি স্পষ্টকৈ লিখা আছে:—'সিদ্ধেশি। যোগিনীপীঠে ধৰ্মঃ কৈৰাতজঃ মতঃ।" দেৱাদিদেৱ শিৱক কিৰাতৰূপী আৰু আই গোসানী উমাক শাবৰী ৰূপেৰে অঙ্কিত কৰাৰ তাৎপৰ্য্য আৰ্য্য সমাজ ব্যৱস্থাত

[১] চীন (চীনৈশ্চ) শব্দটিয়ে চীনা বা চীনৰ অধিবাসী নুবুজাই উত্তৰ পাঞ্জাৱ অঞ্চলৰ এটা জনজাতিকহে সূচাইছে বুলি স্বেফাৰ আদি পণ্ডিতে মত দিছে।

জনজাতীয় ধৰ্মানুষ্ঠানৰ ৰোপণ বুলি কবৰ থল আছে। অসমৰ ভাষাবিদ্ মনীষী বাণীকান্ত কাকতিয়ে কিৰাত ধৰ্মানুষ্ঠানৰ বিষয়ে সম্যকৰূপে আলোচনা কৰিছে।[1] অষ্ট্ৰিক ভাষী খাছিয়া আৰু জয়ন্তীয়া সকলৰ ধৰ্মানুষ্ঠানৰ প্ৰভাৱ ধৰ্মপূজাৰ মূল স্বৰূপে উল্লেখিত কাছ-পূজা, উ থ্লেন নামৰ সাপৰ পূজাৰ জৰিয়তে মনসা বা মাৰৈ পূজাৰ সংযোগ, মৃতকৰ উদ্দেশ্যে শিল পোতাৰ যোগেদি স্তম্ভপূজা, তামোল, কল (কদলী), হালধি আৰু সেন্দুৰৰ ব্যৱহাৰ, দ্ৰাবিড়ী ভাষীসকলৰ ধৰ্ম বিশ্বাসৰ ফলস্বৰূপে গঢ় দি উঠা শিৱ-শম্ভুৰ কল্পনা আৰু অৰ্চনা, মাঞ্চমাৰ জৰিয়তে মনসা বা মাৰৈৰ ৰূপান্তৰ, দ্ৰাবিড়ী পূ (ফুল) আৰু চেয় (কৰা) শব্দৰ জৰিয়তে পুষ্প-কৰ্ম বা পূজা কৰা পদ্ধতিৰ ক্ৰমবিকাশ আৰ্য্য ধৰ্ম-সংস্কৃতিলৈ অবিস্মৰণীয় দান।[2] অসমৰ বিহু উৎসৱত জনজাতি বা আৰ্য্য ভিন্ন অষ্ট্ৰিক, দ্ৰাবিড়ী, তিব্বত-বৰ্ম্মীৰ প্ৰভাৱসমূহ এনে সৰ্বভাৰতীয় দৃষ্টিকোণেৰে বিবেচ্য। প্ৰাগ্‌জ্যোতিষ, কামৰূপ নামেৰে অতীত ভাৰতত প্ৰখ্যাতি লভা এই অসম ৰাজ্যখনৰ লোকসমষ্টি, ধৰ্ম-উপাসনা, আচাৰ-অনুষ্ঠান, উছৱ-পৰ্বৰ আদি আৰ্য্য আৰু আৰ্য্যভিন্ন লোকৰ সমূহীয়া বৰঙনি। বিহু উৎসৱ বুলিলেই অসমৰ পাহাৰ ভৈয়ামৰ অসমীয়া বিহু-বলিয়া ডেকা-গাভৰুৰ দলবোৰলৈ পোনছাটে মনত পৰে। অসমীয়া বুলিলেই নিষাদ, শৱৰ, দাস-দস্যু, ম্লেচ্ছ, অসুৰ কিৰাত, আৰ্য্য আদি জাতি-জনজাতিৰে মিলি উদ্ভৱ হোৱা এটি সম্মিলিত জনশক্তিক বুজোৱা হয়। অসমত প্ৰচলিত বিহু উৎসৱৰ সৈতে তথাকথিত জনজাতি সকলৰ সম্পৰ্ক অন্তৰ্নিহিত আৰু সুদূৰপ্ৰসাৰী। জনজাতিক বাদ দি অসমৰ অসমীয়াৰ কথা যিদৰে ভাবিব নোৱাৰি—বিহুৰ কথাও জনজাতিবিহীনভাৱে বৰ্ণাব নোৱাৰি।

অসমৰ পাহাৰে-ভৈয়ামে বসবাস কৰি থকা সদ্যহতে জনজাতিৰূপে পৰিগণিত ভুটীয়া, অকা, ডফলা মিৰি বা মিছিং, আদি (আবৰ), মিছিমি, খামটি, চিংফৌ, মিকিৰ, খাছিয়া, জয়ন্তীয়া, লুছাই (মিজো), বড়ো, ডিমাছা, ৰাভা আৰু বিভিন্ন নগা সকলৰ ভিতৰত কেইটামান জনজাতিহে অসমৰ বিহু উৎসৱ, বিশেষকৈ ৰঙালী আৰু ভোগালী উৎসৱ নাইবা বিহুৰ সমধৰ্মী লোক উৎসৱ পালন কৰে। সবিশেষ তথ্য-সংগ্ৰহ নোহোৱা বাবে এই

[1] পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা : বাণীকান্ত কাকতি— কৈৰাতিক অনুষ্ঠান, পৃঃ ৮৬ ; ১৯৫২

[2] অসমীয়া ভাষা আৰু সংস্কৃতিঃ বিৰিঞ্চিকুমাৰ বৰুৱা—পৃ : ৯৫-১১৫ ; ১৯৫৭।



বিষয়ে নিৰ্ভৰযোগ্য বিবৰণ দিব নোৱাৰি : তথাপিও আমি জনা মতে আদি বা আবৰসকলৰ মাজত মাঘ মাহত খেতি শেষ হোৱাৰ পিচত আৰাণ পূজা পতা হয় ; ইয়াক অসমীয়া ভোগালী বিহুৰ লগত কিছু পৰিমাণে তুলনা কৰিব পাৰি। আদি বা আবৰ সমাজৰ দ্বাৰা অনুষ্ঠিত প্ৰায় বাৰবিধ মান পূজাৰ ভিতৰত—আহু আৰু শালিধান পকিৰৰ সময়ত পতা আম দৰুং আৰু আমদাং দৰুংপূজা, পোহনীয়া জন্তুৰ মঙ্গলৰ বাবে জেঠ-আহাৰ মাহত পতা এতৰ পূজা আৰু বিশেষকৈ জাতীয় উৎসৱৰূপে গ্ৰীষ্মকালত পাঁচদিনৰ পৰা দহদিনলৈকে আয়োজিত চলোং পূজাত অসমীয়া কৃষি-উৎসৱ বিহুৰ নৃত্য-গীত, পান-ভোজনৰ আদিমকলীয়া সম্বন্ধ আছে বুলি বিশ্বাস হয়।[1]

## বিহু উৎসৱলৈ বিভিন্ন বৰঙনি

বিহু উৎসৱ তিনিটাৰ লগত জড়িত আচাৰ-অনুষ্ঠান, নীতি-নিয়ম, গীত-বাদ্য-নৃত্যত প্ৰধানতঃ নিষাদ (অষ্ট্ৰিক), কিৰাত (মঙ্গোলয়দ), দ্ৰাবিড় আৰু আৰ্য্যসকলৰ কিমান বৰঙনি আছে, সেই সম্বন্ধে পোনছাটে ধৰা-বন্ধাকৈ কব নোৱাৰি। তথাপি আমি বৰ্তমানলৈকে পোৱা তথ্য অনুসৰি বড়ো-কছাৰী, সোণোৱাল-কছাৰী, দেউৰী-চুতীয়া, মিকিৰ, মিৰি বা মিছিং, ৰাভা, লালুং আদি জনজাতিৰ মাজত অসমীয়া আৰ্য্যহিন্দু সমাজৰ প্ৰায় অনুৰূপ বিহু-উৎসৱ স্থানীয় আৰু থলুৱা পৰিবেশত পালন কৰা হয়।[2] ইয়াৰ বাহিৰেও আদি বা আবৰ সমাজত অনুষ্ঠিত মাঘমহীয়া আৰাণ পূজা আৰু গ্ৰীষ্মকালীন উৎসৱ চলোং পূজাত ভোগালী বিহু আৰু ব'হাগ বিহুৰ নৃত্যগীতৰ প্ৰতিধ্বনি অনুৰণিত হোৱা যেন লাগে। খাছিসকলৰ মাজত খাইৰিম ৰাজ্যৰ ছিয়েমে ৰাজ্যৰ মঙ্গলৰ অৰ্থে বছৰি নংক্ৰেমত পুৰোহিতৰ সহায়ত ছাগলী বলি দি পতা নৃত্যগীত আৰু জয়ন্তীয়াসকলে পতা বছেৰেকীয়া ধৰ্মমূলক লাহো নৃত্যানুষ্ঠানত অসমীয়া বিহুৰ পুৰণি

[1] অসমৰ জনজাতি : প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত ; ১৯৬২ শৰৎ ৰায়বৰুৱা ৰচিত প্ৰবন্ধ---আদি বা আবৰ, টাগাং টাকিৰ প্ৰবন্ধ---আবৰৰ গ্ৰীষ্ম উৎসৱ-চলোং দ্ৰষ্টব্য।

[2] অসমৰ জনজাতি : প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত, অসম সাহিত্য সভা, যোৰহাট, ১৯৬২ ; পৃঃ ৫৪-৭৯, ৮৭,১১৮,১৫৫-১৮২।

সুৰ-লয় জড়িত হৈ থাকিব পাৰে। গাৰোসকলৰ মাজত খেতি-বাতি চপোৱাৰ পিচত অনুষ্ঠিত মাংগোনা বা দেলনাং চোৱা আৰু ৰানা বা ৰান্‌গালা উৎসৱত নৃত্য-গীত, পান-ভোজনৰ ফালৰপৰা বিহুৰ সুছবি আছে। এইখিনিতে বিহুৰ পৰিবৰ্তিত ৰূপ কিছুমাননৈ আঙুলিয়াব পাৰি :— বৌদ্ধধৰ্মী দোৱনীয়াবিলাকে ব'হাগৰ বিহুত বৌদ্ধ-মূৰ্তি চাঙৰপৰা নমাই তিনি দিন ৰাখে আৰু মূৰ্তিক গা ধুৱায় ; সেই কেইদিন ডেকা-গাভৰুৱে নিজৰ বংশ পৰিয়ালৰ বাহিৰৰ মানুহৰ লগত ফাকু খেলাৰ দৰে ইজনে সিজনৰ গাত পানী মাৰি খেলা কৰে ; তেওঁলোকে তিনিওটা অসমীয়া বিহুকে পালন কৰে আৰু বিহুৰ সময়ত হুচৰি গায়। বৌদ্ধধৰ্মী ফাকিয়াল বা তাইফাকে লোকসকলেও ফাগুনৰ পূৰ্ণিমাত অসমীয়াৰ মাঘ বিহুৰ লেখীয়াকৈ মেজি পোৰে আৰু নিশা হ'লে ভোজ-ভাত খায়। ব'হাগৰ বিহুত বৌদ্ধ মূৰ্তিক গা ধুৱায় আৰু ডেকা-গাভৰুৱে ইজনে সিজনৰ গাত পানী ঢালি পানী বিহু পাতি ৰং-ৰগৰ কৰে।[১] মিজোসকলে পুৰণি কালত অৰ্থাৎ ইংৰাজ আমোলৰ আগেয়ে প'লকুট, চাপচাৰ্‌কুট আৰু মীম্‌কুট নামৰ তিনিটা বিহুৰ লেখীয়া জাতীয় উৎসৱ পাতিছিল। প'লকুট উছৱত মাঘ বিহুৰ উৰুকাৰ দৰে মাছ-মঙহৰ ব্যৱহাৰ, মাছমৰা আৰু চিকাৰ কৰা প্ৰথা আছিল। চাপচাৰ্‌কুট উৎসৱ নৃত্য-গীতপ্ৰধান আৰু ইয়াক ব'হাগ মাহত পালন কৰা হয়। মীম্‌কুট উছৱটো কাতি মাহত পূৰ্ব পুৰুষৰ স্মৰণ উপলক্ষ ৰূপে পালন কৰা হয়। মিৰি বা মিছিং সমাজৰ আলি আই লিগাং বা ধানবোৱা বিহু, নৰাছিগা বিহু (প-ৰাগ) অসমীয়া ৰঙালী আৰু ভোগালী বিহুৰ দৰে কৃষি-কৰ্মৰ লগত জড়িত। অসমৰ উপজাতি, জনজাতি বুলি আখ্যা পোৱা বহুতো লোক সমাজৰ কৃষি-অনুষ্ঠানৰ সৈতে বিহুৰ নিবিড় সম্বন্ধ আছে।

## জনজাতীয় প্ৰভাৱৰ পৰিধি

এনেদৰে বিচাৰ কৰি চালে দেখা যায় যে বিহু উৎসৱত জনজাতীয় বা উপজাতীয় প্ৰভাৱ যথেষ্ট ব্যাপক আৰু সুদূৰপ্ৰসাৰী। তিথি পালন

[১] অসমৰ জনজাতি : দোৱনীয়া, ফাকিয়াল—সৰ্বানন্দ ৰাজকুমাৰ ৰচিত প্ৰবন্ধ পৃঃ ১১১, ১১৬



হিচাবে অসমৰ ৰঙালী, কঙালী আৰু ভোগালী বিহু আৰ্য্যহিন্দু পঞ্জিকা অনুসৰি চ'তৰ সংক্ৰান্তি বা দোমাহী, আহিনৰ সংক্ৰান্তি আৰু পুহৰ সংক্ৰান্তিৰ সময়ত পতা হয়। ৰঙালী বিহু সাতদিন জুৰি, কঙালী বিহু এদিনীয়াকৈ আৰু ভোগালী বিহু তিনদিনীয়াকৈ পালন কৰা হয়। জনজাতীয় সমাজত এনে ধৰণৰ উৎসৱৰ লেখ দুটা, তিনিটা বা ততোধিক হ'ব পাৰে ; আৰু এইবোৰ বছৰৰ ভিন্ ভিন্ সময়ত খেতি-পথাৰৰ আৰম্ভণি, বিকাশ, মঙ্গল-কামনা, শ্ৰীবৃদ্ধি আৰু সামৰণিলৈ লক্ষ্য ৰাখি অনুষ্ঠিত হয়। এনেবোৰ উৎসৱক অসমীয়া জাতীয় উৎসৱ বিহুৰ সমধৰ্মী বা সমগোত্ৰীয় বুলিব পাৰি। ভৈয়ামৰ বড়ো-কছাৰী, ৰাভা, মিৰি, মিকিৰ, লালুং আদি উপজাতি-জনজাতিয়ে অসমীয়া আৰ্য্যহিন্দু সমাজৰ লগত ঘনিষ্ঠ সামাজিক আদান-প্ৰদান ৰক্ষাৰ বাবে বিহু উৎসৱতো পাৰস্পৰিক সাদৃশ্য আৰু ঘনিষ্ঠতা লক্ষ্য কৰা যায় ; পাহাৰৰ উপজাতি-জনজাতিৰ মাজত বিহুধৰ্মী উৎসৱ-উপলক্ষ বহুতো আছে—সেইবোৰ ভিন্ ভিন্ সময়ত নানা পদ্ধতিৰে পালন কৰা হয়। বড়ো-কছাৰীসকলে আৰ্য্যহিন্দু অসমীয়াৰ সৈতে প্ৰায় একে সময়তে ৰঙালী আৰু ভোগালী বিহু পাতে ; বড়ো-কছাৰী মতে ৰঙালী বিহুৰ নাম বৈছাগু আৰু ভোগালী বিহুৰ নাম দমাছি —এই বিহু দুটাৰ আচাৰ-বিচাৰৰ ক্ষেত্ৰত কিছুমান স্বকীয়া ৰং-ৰূপ আছে যদিও মূল আদৰ্শ আৰু ধাৰণাত সামঞ্জস্য বিদ্যমান। মিৰিসকলৰ আলি আই লিগাং বা ধানবোৱা বিহু মাঘ মাহৰ আঁউসীৰ আগৰ বুধবাৰে পতা হয়। প-ৰাগ বা নৰাছিগা বিহু আহিন-কাতি মাহত পাতে ; ইয়াৰ উপৰি ৰঙালী বিহু আৰু হুচৰি ব'হাগত অসমীয়াৰ দৰেই পাতে। লালুংসকলে কাচিৎহে চ'তৰ দোমাহীত বিহু পাতে ; তেওঁলোকে চ'তৰ দোমাহীৰ পিচত ব'হাগৰ প্ৰথম বা দ্বিতীয় বুধবাৰত বিহু পাতে ; কিয়নো বুধবাৰ তেওঁলোকৰ মতে দেৱ-দেৱী পূজাৰ প্ৰশস্ত দিন। এনেদৰে দেখা যায় যে অসমৰ জনজাতিসকলৰ খেতি-পথাৰৰ লগত সম্পৰ্ক থকা বিহু আৰু বিহুধৰ্মী উছৱ-পৰববোৰ অসমীয়া সমাজৰ দৰেই ভিন্ ভিন্ সময়ত ভিন্ ভিন্ প্ৰকাৰে পালন কৰা হয়।

## বিহুৰ জনমুখী আচাৰ-বিচাৰ

অসমীয়া ৰাইজে বৰ্তমানলৈকে বিহু-উৎসৱ যিদৰে পাতি আছে—তাত দেৱ-দেৱীৰ পূজা-সেৱাৰ বিশেষ স্থান নাই বুলিব পাৰি ; বৈষ্ণৱ যুগৰ সমাজ-ব্যৱস্থাই অসমৰ গাওঁ-ভূইত দি যোৱা সত্ৰ-সচং, নামঘৰবোৰত চাকি-বন্তি দিয়া আৰু নাম-কীৰ্তন কৰাটো পুৰণিকলীয়া বিহুৰ বহিৰ্গত পৰবৰ্তী ব্যৱস্থা বুলি ধৰিব লাগিব ; বিহুৰ লগত গৰু-গাইক সেৱা-শুশ্ৰূষা কৰাটো আদিম গো-পূজাৰ প্ৰতিধ্বনি বুলি বৈদিক সূত্ৰ আওৰাব পাৰি যদিও বিহুৰ আচাৰ-বিচাৰবোৰত ঘাই জনমুখী বা লৌকিক ধাৰণাই সৰহ । ৰঙালী বিহুৰ কথাকে চাওক—মানুহক বিহুৱানৰূপে তাঁতশালৰ গামোচা, ৰিহা-মেখেলা আদি বিধে বিধে নতুন কাপোৰ বৈ দিয়া নিয়ম আছে ; গৰু-ম'হকো নতুন পঘা-ৰচি বিহুৱান ৰূপে দিয়ে । গৰু-ম'হক দীঘলতি, মাখিয়তী, তেল-হালধি আদিৰে বেমাৰ-আজাৰ জাৰি-ফুকি লাও-বেঙেনা খুৱাই মঙ্গল কামনা কৰা হয় । বিহুৰ সময়ত কড়িখেল, ঢোপখেল, ম'হ-যুজ, কণী-খেল আৰু নানা নৃত্য-গীত-বাদ্যৰ বহুল প্ৰতিযোগিতা চলে । মাঘবিহুত ভেলাঘৰ, মেজি আদি সমূহীয়াকৈ সজা হয় ; সমূহীয়াভাৱে লগ-ভাত বা দল-ভাত খাই মেজি-ভেলাঘৰ পোৰা হয় । ইয়াৰ উপৰিও বিহুৰ সময়ত সমূহীয়াকৈ মাছ মৰা, শহা-পহু আৰু অন্যান্য বনৰীয়া জন্তুৰ চিকাৰ কৰা প্ৰথাও লৌকিকতাৰ ফালৰপৰা লক্ষ্য কৰিব-লগীয়া । ৰঙালী বিহুৰ দিনা শস্যৰ কাষত চাকি-বন্তি দিয়া, তুলসীৰ গুৰিত নৈবেদ্য-শৰাই, আকাশ-বন্তি আদিৰে পথাৰৰ শহ-মাহৰ শ্ৰীবৃদ্ধি কামনা কৰা হয় । এনেদৰে বিহুৰ চৌপাশে থকা আচাৰ-ব্যৱহাৰে জন-জাতীয় বৈশিষ্ট্য কিছুমানৰ লগত থকা সম্পৰ্কলৈ আমাৰ মন টানি নিয়ে :—মাঘ বিহুৰ সময়ত পতা উৰুকাৰ ভোজৰ বাবে মাছ মৰা, শহা-পহু চিকাৰ কৰা প্ৰথাত চিকাৰীজীৱী আদিম নেগ্ৰিটো লোকসকলৰ আৰু জুম খেতিয়ক অষ্ট্ৰিকসকলৰ সংস্কৃতিৰ প্ৰভাৱ পৰিব পাৰে । মাঘ বিহুৰ মেজি-মঠ, হাৰলিঘৰ আৰু চুঙা পিঠাত বাঁহৰ ব্যৱহাৰ, কাতি-বিহুৰ আকাশ-বন্তিত বাঁহৰ ব্যৱহাৰেও মঙ্গোলয়দ কিৰাতসকলৰ সংস্কৃতিৰ প্ৰভাৱলৈ আঙুলিয়ায় । বিহুৰ গীত-মাত, হুচৰি, নৃত্য-বাদ্য আদিত জনজাতীয় প্ৰভাৱ অতিশয় স্পষ্ট—কিয়নো এইবোৰ ভাৰতীয় আৰ্য্যহিন্দু সঙ্গীত-নৃত্যৰ পৰা বহুতো বিষয়ত পৃথক । গগনা, বাঁহী, টঁকা, পেঁপা, ঢোল, থৰকা আদি বিহু-



যুৱীয়া বাদ্যবোৰত থলুৱা আৰু জনজাতীয় সম্ভাৱ আছে ।

উদাহৰণ স্বৰূপে, আগলি বাঁহৰ চটাৰে বা বিজুলী বাঁহৰ কামিৰে মুগাসূতাৰ সহায়ত সাজি উলিওৱা ঘাইকৈ গাভৰুসকলৰ বিহুযুৱীয়া বাদ্য গগনা কিৰাত সংস্কৃতিৰ দান : "আগলি বাঁহৰে লাহৰী গগনা বহি তাঁতৰ পাটত বাওঁ ; উলটি উভটি মাৰেঁ। দোৰেপতি, জানোচা বাতৰি পাওঁ ।" (গগনা, পূব গুৱাহাটী বিহু সন্মিলনীৰ মুখপত্ৰ, ১৯৬২)

## তুলনামূলক বিচাৰৰ প্ৰয়োজন

পণ্ডিতসকলে কোৱা মতে অষ্ট্ৰিকসকলৰ পাহাৰী জুম খেতি, কিৰাত-সকলৰ নদীকেন্দ্ৰিক ভৈয়ামৰ হাল-কোৰ খেতিয়ে ভাৰতত আৰ্য্যভিন্ন কৃষি-পদ্ধতিৰ সূচনা কৰে—তেনে স্থলত কৃষি-উৎসৱ বিহু পূব ভাৰত আৰু অসমত অষ্ট্ৰিক-কিৰাতসকলৰে দান ; আৰ্য্যহিন্দু আৰু অন্যান্য চামৰ পৰবৰ্তী লোকসকলে অসমৰ আদিম অষ্ট্ৰিক-কিৰাতসকলৰ কৃষি-উৎসৱ বিহুক আপোন কৰি লৈছে আৰু বছৰৰ সংক্ৰান্তিৰ লগত এই বিহুক সংশ্লিষ্ট কৰি এইবোৰত আৰ্য্যহিন্দুৰ প্ৰলেপ সানিছে । বিহুৰ লগত জড়িত লোকাচাৰ, লোক-ৰুচি আৰু পান-ভোজন, নৃত্য-গীত-বাদ্যৰ বিশ্লেষণ কৰিলে সৰ্বভাৰতীয় আৰ্য্যহিন্দু সমাজত অপ্ৰচলিত আৰু অ-বৈদিক ৰীতি-নীতিবোৰ যে থলুৱা আৰু জনজাতীয়—সেই বিষয়ে ঠাৱৰ কৰিব পাৰি । অসমৰ বিহু উৎসৱত জনজাতীয় প্ৰভাৱ সম্বন্ধে অসমীয়া আৰু ইংৰাজী ভাষাৰ জৰিয়তে দুই চাৰিখন আলোচনী আৰু পুথিত কিছুপৰিমাণে বিশ্লেষণ কৰা হৈছে ।[1] বিহুৰ লগত সাঙোৰ খাই থকা লোকাচাৰ, নৃত্য-গীত, নীতি-নিয়ম, ৰুচি-বিশ্বাসৰ সৈতে জনজাতীয়সকলৰ অনুৰূপ বিষয়বোৰৰ তুলনামূলক বিচাৰৰ প্ৰয়োজন হৈ পৰিছে । অসমৰ জাতীয় উৎসৱৰূপে বিহু অনুষ্ঠানৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ নিৰপেক্ষ আৰু প্ৰত্যক্ষ ক্ষেত্ৰ-

---

[1] অসমীয়া সংস্কৃতি : বিৰিঞ্চি কুমাৰ বৰুৱা, ৰামধেনু, তৃতীয় বছৰ, প্ৰথম আৰু চতুৰ্থ সংখ্যা, ১৮৭২ শক

অসমীয়া জনসাহিত্য : প্ৰফুল্লদত্ত গোস্বামী, দ্বিতীয় সংস্কৰণ, ১৯৫৪, পৃঃ ২২

ডি ৰেড ৰিভাৰ এণ্ড ডি ব্লু হিল : হেম বৰুৱা, দ্বিতীয় সংস্কৰণ, ১৯৫৮ ; পৃ : ১৪৮

অধ্যয়নমূলক বৈজ্ঞানিক আলোচনা এতিয়াও হৈ উঠা নাই। বৃটিছ ৰাজত্বত খৃষ্টান মিছনেৰী আৰু শাসক বিষয়া কেইজনমানে গাৰো, কছাৰী, খাছিয়া, মিকিৰ, মেইতেই, আওনগা, কুকি-চীন আদি জনজাতিৰ বিষয়ে গ্ৰন্থ লিখিছে যদিও সেইবোৰ একেবাৰে নিৰ্ভুল আৰু বিশ্বাসযোগ্য বুলি ধৰিব নোৱাৰি; খৃষ্টানধৰ্ম প্ৰচাৰ, আৰু তাৰ লগে লগে বৃটিছ শাসন সুদৃঢ় কৰাৰ উদ্দেশ্য সাৰোগত কৰি লিখকসকলে ঠায়ে ঠায়ে নিজা অভিজ্ঞতা আৰু কিছুমান ঠাইত আন মানুহৰ পৰা পোৱা পৰোক্ষ জ্ঞান গ্ৰন্থবোৰত সন্নিবেশ কৰিছিল। তদুপৰি চৌপাশৰ পৰিবেশ আৰু অসমীয়া সংস্কৃতিৰ লগত সম্যক পৰিচয় নথকাকৈ কিছুমান লিখকে গাইগুটীয়াভাৱে একোটা জনজাতিৰ সমাজ-সংস্কৃতিৰ চিত্ৰ বিক্ষিপ্তভাৱে অঙ্কন কৰিছে। বৰ্তমান স্বাধীন গণৰাজ্য হিচাবে ভাৰতে ভূমিকা গ্ৰহণ কৰাৰ লগে লগে দেশৰ ঐতিহ্য, সমাজ, সংস্কৃতি আদি বৈজ্ঞানিক দৃষ্টিকোণেৰে বিচাৰ কৰা প্ৰয়োজন হৈ পৰিছে; অসমৰ জনজাতিসকলৰ সমাজ, সংস্কৃতিৰ অধ্যয়ন, নিৰীক্ষণো মুকলি মনেৰে আধুনিক বিজ্ঞানসন্মত ভেটিত হোৱা আৱশ্যক।

শিক্ষিত জনজাতীয় লোকসকলেও তেওঁলোকৰ জীৱন-ধাৰা আৰু সমাজ পদ্ধতিৰ পটভূমিত কি কি লোক-উৎসৱ কি ধৰণে পালন কৰা হয় আৰু এইবোৰ কৃষি-কৰ্ম আৰু যৌন আবেগ-অনুৰাগৰ লগত কিভাৱে জড়িত—এই বিষয়ে নিজা পৰ্য্যবেক্ষণ, অভিজ্ঞতা আৰু বয়স্কসকলৰ-পৰা তথ্য সংগ্ৰহৰ সহায়ত লিপিবদ্ধ কৰিলে—তুলনামূলক বিচাৰৰ পথত আগবাঢ়িব পাৰি। যোৱা কেইবছৰমানৰ ভিতৰত বড়ো-কছাৰী, মিৰি (মিছিং), ৰাভা আদি লোকসকলৰ গীত-মাত, সাহিত্য-সংস্কৃতিৰ বিষয়ে কিছু পৰিমাণে স্থানীয় শিক্ষিতসকলৰ জৰিয়তে আলোচনা হব ধৰিছে।[১] স্বৰ্গীয় ৰজনীকান্ত বৰদলৈয়ে 'মিৰি-জীয়ৰী' উপন্যাসৰ জৰিয়তে মিৰিসকলৰ বিহু উৎসৱবোৰৰ মনোৰম বৰ্ণনা দি গৈছে। ইয়াৰ বহু বছৰৰ পিচতহে,

[১] বড়ো-কছাৰী জাতিৰ সংস্কৃতি (দোমাহী বা মাঘবিহু): ৰূপনাথ ব্ৰহ্ম, অসম সাহিত্য সভা পত্ৰিকা, ত্ৰয়োদশ বছৰ, তৃতীয় সংখ্যা; এই লিখকৰে বড়ো জাতিৰ পৰিচয় সম্পৰ্কীয় পুথি আৰু অন্যান্য প্ৰবন্ধ; বড়ো-কছাৰীৰ জন-সাহিত্য (১৯৫৭), বড়ো-কছাৰী সমাজ আৰু সংস্কৃতি (১৯৬৬): ভবেন্দ্ৰ নাৰ্জীৰ গ্ৰন্থ; ধূপাৰাম বসুমতাৰীৰ 'বড়ো-কছাৰী সংস্কৃতিৰ কিঞ্চিৎ আভাস।



আমি কেবাজনো উৎসাহী লিখকৰপৰা মিৰি বা মিছিং জীৱন-সংস্কৃতিৰ আলোচনামূলক পুথি আৰু প্ৰবন্ধ পঢ়িবলৈ পাইছোঁ।[১] ৰাভাসকলৰ গীত-মাত, আৰু সংস্কৃতিৰ পৰিচয়মূলক দুখন পুথিৰে (কাঢ়া নলৰ মৌসনা সুৰ: ৰাজেন পাম ৰচিত; ছাথাৰ: মণি ৰাভা ৰচিত) কাঢ়া বা (ৰাভাসকলৰ) নলবাদ্য, বায়খু পূজা, ছাথাৰ (প্ৰণয়মূলক) গীত আদিৰ প্ৰাথমিক আলোচনা স্থানীয় লিখকৰ দ্বাৰা কৰা হৈছে। গাৰোসকলৰ গীত-মাত, সাধুকথাৰ বিষয়ে ইংৰাজীতে স্থানীয় লিখকৰ দ্বাৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ যত্নত কিছু প্ৰকাশিত হৈছে। ইয়াৰ বাহিৰেও অসম সাহিত্য সভাৰপৰা প্ৰকাশিত 'অসমৰ জনজাতি' গ্ৰন্থত বিভিন্ন জনজাতীয় লোক-উৎসৱৰ পৰিচয় কিছু পৰিমাণে সন্নিবিষ্ট হৈছে। সম্প্ৰতি আমি কেবাজনো শিক্ষাৰ্থীৰপৰা জানিব পাৰিছোঁ যে অসম, মণিপুৰ, নগাপাহাৰ আৰু উত্তৰ-পূৱ সীমান্ত অঞ্চলৰ লুছাই, থাডো, গাংটে, কাবুই নগা, টাংখুল নগা, মিছিমি আদি লোকসকলৰ মাজত খেতি-বাতিৰ লগত জড়িত বিহু-ধৰ্মী নৃত্য-গীত, ভোজন-বিলাসেৰে পৰিপূৰ্ণ জাতীয় উৎসৱ আছে। অসমৰ ভৈয়ামৰ আৰ্য্যহিন্দুসকলৰ মাজত বিহুৰ সময়ত হাল-কোৰ নমৰা, ঢেকী-পথলি নিদিয়া, বিহুচেৰা ভাত নোখোৱা আদি জনবিশ্বাস আৰু লোকাচাৰ-মূলক বাধা নিষেধ আছে—এনেবোৰ বাধা নিষেধ নগা প্ৰমুখ্যে জনজাতিৰ 'গেনা'ৰ (সমূহীয়া বা গঞা নিষেধাচাৰ) লগত তুলনীয়।

বড়ো-কছাৰীসকলৰ বিহুগীত (বিহুসুৰীয়া গীত), ৰাভাসকলৰ 'ছাথাৰ' গীত, মিৰিসকলৰ বিহুগীত, মিকিৰসকলৰ থেলু আলুন্ বা বিয়াৰ গীতৰ লগত অসমীয়া ভাষাৰ বিহুগীতৰ বিষয় বস্তু, প্ৰকাশভঙ্গীৰ যথেষ্ট মিল আছে।

বড়ো-কছাৰী বিহুগীতৰ প্ৰধান বিষয় বস্তু—ডেকা-গাভৰুৰ প্ৰণয়। প্ৰণয়ৰ পথত থকা হেঙাৰ, মাক-বাপেকৰ বাধা-নিষেধ, সেইবোৰ নেওচি যোৱাৰ উপায়, বিহুত যোগ দিবৰ কাৰণে লগ-লগৰীসকললৈ আহ্বান, বিয়াৰ কাৰণে লগা উচচ নিৰিখৰ গা-ধন, প্ৰণয়ীৰ ওচৰত (আদা বা ককাই) প্ৰণয়িনীয়ে (আগৈ বা ভনীটি) তেল, খাৰু, গলপতা (কণ্ঠহাৰ)

[১] মিৰি বা মিছিং:—তৰুণ চন্দ্ৰ পামেগাম, অসমৰ জনজাতি ১৯৬২; অসম সাহিত্য সভা; ইয়াৰ বাহিৰেও নোমল চন্দ্ৰ পেগুৰ ইংৰাজী পুথি আৰু অন্যান্য লিখকৰ 'ৰামধেনু' আদিত প্ৰকাশিত প্ৰবন্ধ।

আদিলৈ জনোৱা আগতীয়া আবেদন কিছুমান বড়ো বিহুগীতত উদ্ভাসিত হৈ উঠিছে। ভিনীহিয়েক-খুলশালীয়েকৰ মাজত ঠাট্টা-বিদ্রূপ, কেতিয়াবা শাহুৱেকৰ ওচৰত দদাহী জোঁৱায়েকৰ মদ ভিক্ষা, যেচিকৈ মদ (জুমায়) খোৱাৰ পৰিণাম আদিক লৈ ইতিকিং কৰা বিহুগীতো বড়ো-কছাৰী সমাজত গোৱা হয়।

উদাহৰণ স্বৰূপে—দুটি বড়ো-কছাৰী বিহুগীতৰ নিদৰ্শন অসমীয়া ভাঙনিৰে আগবঢ়োৱা হ'ল :—

॥ ১ ॥

ডেকা :— পাহাৰৰ ওপৰতহে গজে
হলোলখা শাক।
তুমিও জাগি আছা
মোৰ হৃদয়ত।
তুমিহে মোৰ একমাত্ৰ লগৰী।
গাভৰু :— ককাইটি, মোলৈ কিনি থকা হাটৰপৰা—
সুগন্ধি তেল এবটল,
এযোৰ মুঠিখাৰু
আৰু জিল্‌মিল্ মালা এধাৰি,
মই (তোমাৰ ঘৰলৈ) গৈয়ে
যাতে পিন্ধিব পাৰোঁ।

॥ ২ ॥

জোঁৱায়েক :— ব'হাগ মহীয়া বতৰত
বুৰবুলিয়া নামৰ পোক ওলায়।
হে মোৰ শাহু আই,
তোমাৰ ইয়ালৈ আহিছিলোঁ,
পিচে মদ (জো) আছে নে নাই,
মদ আছে নে নাই ?
শাহুৱেক :— ভঁৰালৰ কাষৰ তাঁতশালৰ চিৰী,
এহ্ শেষেই হ'ল (মদবোৰ) ;
অলপ আগতে অহা হ'লে
নিশ্চয় পালাহেঁতেন তুমি।



ৰাভাসকলৰ মাজত প্ৰচলিত ডেকা-গাভৰুৰে গোৱা ছাথাৰ বা চত্‌-কামিনী ছাথাৰৰ (প্ৰণয়মূলক গীত) নিদৰ্শন ৰূপে দুটি গীতৰ অসমীয়া ৰূপান্তৰ দাঙি ধৰিছোঁ :—

(১) আহাৰ মাহত বৰষুণৰ ঢলপানী বৈ আহিল ;
চেনাই ঐ, আমিও বায়খুৰ পথাৰত দেখাদেখি হ'লোঁ।
(২) কাঁহী মাজিবলৈ গ'লে পিছল খাই পৰোঁ।
ভাল পোৱা জনলৈ মনত পৰিলেও মোৰ দেহা ভাগি পৰে।

মিকিৰসকলৰ বিয়া-গীতত খুলশালী-ভিনীহিৰ মাজৰ ঠাট্টা-মস্কৰা থকা গীতৰ নমুনা এটি হৈছে :—

"কিয়নো আহিছা চেনেহৰ ভিনিদেউ
লগত লৈ বান্ধৱৰ দল ;
মূৰত পকা চুলি হাততো লাখুটি
চকু জলক্ তবক্ হ'ল।"

অন্যান্য জনজাতিৰ মাজত থকা বিহুগীত আৰু বিহু ধৰ্মীগীতৰ নিদৰ্শন সদ্যহতে নোপোৱা কাৰণে ইয়াত দিব পৰা নহ'ল।

## অসমীয়া বিহুগীতত জনজাতি

অসমীয়া বিহুগীতবোৰত বৰ্তমানে জনজাতি বুলি আখ্যা পোৱা নগা, ডফলা, মিৰি, মিছিমি, মিকিৰ আদিৰ উল্লেখ আৰু পাহাৰ-ভৈয়ামৰ আদান-প্ৰদান, বেহা-বেপাৰৰ চিনাকি বহুল পৰিমাণে পোৱা যায়। স্বৰ্গীয় নকুল চন্দ্ৰ ভূঞাৰ 'বহাগী'ত সংগৃহীত বিহুগীতৰ কেইটিমান তলত নিদৰ্শনৰূপে দাঙি ধৰিলোঁ :—

নগাৰ চাঙতে পেঁপাটি বজালে
ডফলাই ধৰিলে টঁকা।
ল'ৰা বুঢ়া জীয়াৰী বঙতে বলিয়া
ব'হাগৰ বিহুৱা ডেকা॥

এইফাঁকি বিহুগীতত নগা, ডফলাৰ উৎসৱমুখৰ পৰিবেশ বৰ্ণনাৰ লগে লগে পেপা, টঁকা আদি বিহুসুৰীয়া বাদ্যৰ সুন্দৰ উল্লেখ আছে।

উত্তৰ-পূৱ সীমান্তৰ মিছিমি জনজাতিৰ লগত ভৈয়ামবাসী অসমীয়াৰ পুৰণিকলীয়া বেহা-বেপাৰ আৰু আদান-প্ৰদানৰ চিনাকি পোৱা যায় তলৰ বিহুগীত দুটিত :—

ধনে গৈ আছেগৈ মিছিমিৰ দেশতে
আনিব কপাহৰ জোলা ।
তুমি বৈ ল'বা ৰিহাকৈ মেখেলা
আমাক বৈ দিবা চোলা ॥
কেনেকৈ পাহৰিম তোমাক ঐ লাহৰী
কেনেকৈ পাহৰিম তোমাক ।
মিছিমি আহিব বৰ বিহ আনিব
তাকে খাই পাহৰিম তোমাক ॥

নগা, মিৰি (মিছিং) আৰু মিকিৰ জনজাতিৰ সাংস্কৃতিক উল্লেখ তলৰ বিহুগীত তিনিটাত পোৱা যায় :—

পৰ্বতে পৰ্বতে খালোঁ নগা টেঙা
খোপাত গুজি গলোঁ লোণ ।
হাড়ৰ মাজে মাজে সুমুৱাই আনিছোঁ
জানো মোৰ ধনৰে গুণ ॥
লুইতৰ সিপাৰে কহুৱনি ফুলিলে
মিৰিয়নী খেলিলে তাত,
এনে ফাগুন দিনত তোমাৰ যৌৱন ফুলিলে
মনে মোৰ খেলিছে তাত ।
মিকিৰ ৰবচাঙত বজায় ৰবকাঁহী
ভৈয়ামত বজালে ঢোল ;
চেঙেলীয়া মনক বান্ধিব নোৱাৰোঁ
ছিঙে মৰাপাটৰ ডোল ।

এনেদৰে বহুতো বিহুগীতে অসমীয়া মানুহ আৰু পাহাৰ-ভৈয়ামৰ জনজাতিসকলৰ পুৰণিকলীয়া আদান-প্ৰদান আৰু সম্বন্ধৰ আপোন ভাবৰ পৰিচয় দিয়ে । এনেবোৰ কাৰণতে বিহুক অসমৰ জাতীয় উৎসৱ, প্ৰাণৰ প্ৰেৰণা, ৰঙৰ ৰহঘৰা আৰু পহাৰ-ভৈয়ামৰ সম্বন্ধৰ সেতুৰূপে অভিহিত কৰিব পাৰি ।

# বহাগী লোক-উৎসৱ ভঠেলি

বিহুক অসমৰ জাতীয় উৎসৱ আৰু আগশাৰীৰ লোক-উৎসৱ হিচাবে ৰাজ্যৰ ভিতৰ আৰু বাহিৰৰো বহু লোকে জানে ; ভঠেলিক জানোতা মানুহ সকলো নহয় ; নিশ্চয়কৈ কম । তথাপি নামনি অসমৰ গাঁৱে-ভূঁয়ে ভঠেলি উছৱে মানুহৰ গা-মন বিহু বলিয়া কৰি তোলে । 'দীপালী'ৰ কবিৰ ভাষাৰে কবলৈ গ'লে—"পাগলাদিয়াৰ ভঠেলি গাটো উঠে উথলি।"

চ'তে চ'তে গৈ ব'হাগ পালেই প্ৰকৃতিৰ বুকুত যি ফুল-পাত আৰু গজালিৰে অপৰূপ ৰূপৰেখা ফুটি ওলায়—মানুহৰ হিয়া-মনতো বসন্তৰ মধুৰ বা-বতাহে শিহৰণ তোলে । ব'হাগ বুলিলেই ৰঙালী বিহু বিশেষকৈ অসমীয়া মানুহৰ মনত মূৰ্ত হৈ উঠে । ব'হাগ নাথাকিলে বিহুৰ কল্পনা, বৰদৈচিলাৰ ছবি অঙ্কন কৰা অসম্ভৱ । ব'হাগ বিহু বা ৰঙালী বিহুৰ সাদিনীয়া উলহ-মালহ বছৰৰ ভিতৰতে গীত-বাদ্য-নৃত্য, পান-ভোজন, বিহুৱান আৰু ৰং-ৰগৰৰ ফালৰ পৰা চমকলগা । এই দৃষ্টিৰে চালে, ৰঙালী বিহুৰ ৰং-ধেমালি, টঁকা-পেঁপা, ঢোল, বিহুগীত, হুচৰি আৰু নৃত্যৰ বোল অসমৰ জাতীয় জীৱনৰ বাপতিসাহোন । নামনি অসমৰ বহাগী লোক-উৎসৱ ভঠেলি বিহুৰ লেখীয়া নহ'লেও এটি লোকপ্ৰিয় দিনেকীয়া উছৱ । উজনিত বিহু-মেলা আৰু বিহু নৃত্য-গীত-হুচৰিৰ যি সমাবোহ, নামনি অসমত তুলনাক্ৰমে বিহুৰ সময়ত ৰং-ধেমালি, খোৱা-লোৱা, বিহুৱান আদিৰহে বেচি প্ৰচলন ; অৱশ্যে ৰঙালী বিহুৰ অন্যান্য লোকাচাৰ স্থান-কাল-পাত্ৰভেদে উজনি-নামনিত অনুৰূপেই অনুসৰণ কৰা হয় ।

## ভঠেলিৰ ব্যাপকতা

নামনি অসমত চ'ত-ব'হাগৰ ৰঙালী বিহুৰ উপৰিও ভঠেলি উৎসৱ ভঠেলি, স'ৰি (শুঁৱেৰি), দেউল, বিষুৱা আদি নামেৰে পালন কৰা হয় । বৰপেটা অঞ্চলৰ বাহিৰে কামৰূপৰ উত্তৰ পাৰত ব'হাগ মাহৰ একোটা

নিৰ্দ্ধাৰিত দিনত বিভিন্ন গাওঁ বা গাৱঁৰ কেন্দ্ৰস্থলত পতা এই দিনেকীয়া লোক-উৎসৱক ভঠেলি বোলে। কামৰূপৰ দক্ষিণপাৰে এনে ধৰণৰ উছৱক স'ৰি (সুঁৱেৰি) বোলে। মঙ্গলদৈ মহকুমাত এনে বিধৰ উছৱক ঠায়ে ঠায়ে দেউল বোলা হয়। গোৱালপাৰা জিলাৰ কিছুমান ঠাইত বিষুৱা আৰু স'ৰি উছৱ হয়। বৰপেটা অঞ্চলত ফাকুৱা উছৱৰ শেষ দিনটো স'ৰি বুলি জনাজাত। বাৰ মাহত তেৰটা উছৱ পাতিবলৈ ভাল পোৱা অসমীয়া ৰাইজে ভঠেলিকো অঞ্চলবিশেষত ৰাজহুৱাভাৱে কোনাবা সাতাম-পুৰুষৰে পৰা পাতি আহিছে। ভঠেলিত ৰাজহুৱা আনন্দ, মুকলি ধৰণৰ মেলা, খেল-ধেমালি আদিৰ সমাবেশ ঘটে। সেয়েহে ভঠেলি গঞা ৰাইজৰ সমূহীয়া আনন্দৰ থলী। গোৱালপাৰা জিলাৰ বিষুৱা উছৱো বিহুপৰ্য্যায়ৰ সমূহীয়া কৃত্য আৰু মেলা বুলি সামান্য আভাসহে এতিয়ালৈ পাইছোঁ।

ব'হাগ মাহৰ একোটা নিৰ্দ্ধাৰিত তাৰিখত ভিন্ ভিন্ গাৱঁত ভঠেলি পতা হয়। উদাহৰণ স্বৰূপে উত্তৰ কামৰূপৰ বালিলেছাৰ ভঠেলি ব'হাগৰ সাত তাৰিখে প্ৰতি বছৰে পতা হয়। ব'হাগৰ তেৰ তাৰিখে খাৰঝাৰাৰ সন্যাসীৰ ভঠেলি হয়। এনেদৰে কমাৰকুছি, উলাবৰি, আৰিকুছি, চান্দ-কুছি, সন্ধা আদি গাৱঁত ভিন্ ভিন্ বহাগী দিনত এই ভঠেলি উৎসৱ হৈ আহিছে। দক্ষিণ পাৰে হোৱা স'ৰি আৰু মঙ্গলদৈ অঞ্চলত হোৱা দেউলৰো এইদৰে ধৰা-বন্ধা দিন-তাৰিখ আছে। এই বহাগী লোক উৎসৱবোৰে গাওঁ আৰু গঞাৰ সমূহীয়া আনন্দ, গৌৰৱ আৰু সমৃদ্ধিৰ সাক্ষ্য দিয়ে।

## উছৱৰ আয়োজন

ভঠেলিৰ দিনা পুৱা বেলাত গাৱঁৰ ডেকাচামৰ ল'ৰাহঁতে গা-পা ধুই পৱিত্ৰতাৰে পুৱাতে ডাল-বাঁহ দুডাল বা অধিক কাটি আনি বেছকৈ চুচি-চুৰুকি, চাচি-মাজি, ধুই-পখালি লয়। তাৰ পিচত, সেই ডাল-বাঁহ ৰঙ-বিৰঙৰ কাপোৰ আৰু চোৱঁৰেৰে সজাই-পৰাই জাতিকাৰ কৰি তোলে। তাৰ পিচত শঙ্খ-বৰকাঁহ, ঢোল-খোল-কালি, উৰুলি-জোকাৰ আদি মাঙ্গলিক ধ্বনিৰ মাজত এই সুসজ্জিত ডাল-বাঁহ থিয়কৈ তুলি দি গুৰিটো মাটিত পোতা হয়। এই ডাল-বাঁহক 'পাৰ' বোলে। ভঠেলিত কম পক্ষেও দুটাকৈ পাৰ পোতা হয়; কাচিৎহে এটা পাৰৰে ভঠেলি পতা দেখা যায়। দুটা পাৰ থাকিলে দীঘল পাৰটোক মতা পাৰ বা বৰপাৰ আৰু



চুটি পাৰটোক মাইকীপাৰ বা কন্যাপাৰ বোলে। কন্যাপাৰ বৰপাৰতকৈ চুটি-চাপৰ হোৱাটোৱে বাঞ্ছনীয়, কিয়নো বৰতকৈ কন্যা চাপৰ-চুটি হব লাগে বুলি আমাৰ গঞা সৰ্বসাধাৰণৰ ধাৰণা। যিখন গাৱঁৰ ভঠেলি সেইখন গাৱেঁ সাধাৰণতে মতাপাৰ উত্তোলন কৰে আৰু চুবুৰীয়া গাওঁ বা অন্য গাৱঁৰ পৰা বাঁহ আনি কন্যা পাৰ সজোৱা হয়। দুটাতকৈও অধিক সংখ্যক, তিনিটা বা চাৰিটা পৰ্য্যন্ত পাৰ সজোৱা দেখা যায়—এয়া অধি-কতৰ গৌৰৱ, মৰ্য্যাদা আৰু সমৃদ্ধিৰ পৰিচায়ক। সাধাৰণতে ভঠেলি উছৱ গাঁৱৰ নামঘৰ, থান বা মুকলি পথাৰত উমৈহতীয়া আৰু পৱিত্ৰভাৱে অনুষ্ঠিত হয়। পাৰৰ উপৰিও এটা বাঁহৰ চুটি খুটা পুতি তাৰ মূৰত এটি সৰুকৈ কলপাতেৰে ঘৰ সজা হয়; ইয়াকে ভঠেলি-ঘৰ বোলে। দিনৰ দিনটো এই ভঠেলিলৈ ওচৰ-পাজৰৰ আৰু দূৰ-দূৰণিৰো ল'ৰা-বুঢ়া, ডেকা-গাভৰুসকলে মুকলিমূৰীয়াকৈ আহে।

## উৎসৱৰ সমাৰোহ

তিৰোতাসকলৰ কাণত সোণা, থুৰীয়া বা ফুলচাকি, হাতত খাৰু, মুঠি বা শাঁখা, নাকত ন'লক বা নাকফুল, গলত গলপতা বা হাৰ, কপালত সেন্দূৰৰ ভমকাফুলীয়া ফোঁট, সুগন্ধি তেলেৰে বুৰাই দিয়া চুলিটাৰিৰ উচল খোপা, হাতত বাজু, কোনোজনীৰ গলত আকৌ পোৱালমণি, পিন্ধনত বিহা-মেখেলা আৰু মুখত এমোকোৰা তামোল-পাণ; হাঁহি-খিকিন্দালি কৰি বা যোৰা নাম গাই গাই গাৱঁৰ আলিবাট ৰজনজনাই তেওঁলোকে দলে দলে ভঠেলি-পথাৰলৈ আহে। ভঠেলিত কানি-কাপোৰ, মণি-মুকুতা আদি বিবিধ বস্তুৰ বেচা-কিনা হাট বা মেলা বহে। সেই মেলাত কোনোজনীয়ে কিনিব এধাৰি পোৱালমণি, কোনোবাই চুলিত মৰা শলা নাইবা 'পিন', কোনোজনীয়ে গা ধোৱা চাবোন, আৰু কোনোবাজনীয়ে বা খোপাত বন্ধা দুডাল ঘুনুচাকে কিনিব; বয়সিয়াল দুই-চাৰিজনীয়ে মিতিৰ-কুটুম বিচাৰি, বিশেষকৈ হৰ খোজা বিয়নীসকলে আৰু ন-কইনা বিচৰা কেইজনীয়ে উলাহৰ মাদুলী হৈ ইফালে-সিফালে ঘূৰি-পকি ভঠেলিৰ খোলাখন মুখৰিত কৰি তোলে। ভখেলি উছৱ চাৰিদেৱৰ মাজত বান্ধ খাই থকা তিৰোতাসকলৰ কাৰণে মুকলি পথাৰ আৰু ঘৰুৱা বোজাৰ পৰা কিঞ্চিৎ পৰিমাণে হ'লেও ৰেহাই পোৱা এটি মূল্যবান ছুটীৰ দিন। গাৱঁৰ

ডেকাসকলেও লাহ-বিলাহকৈ সাজ-পাৰ পিন্ধি সুবিধা বুজি ভেঁটেলি উছৱত গা মেলাই ফুৰে ; তেওঁলোকৰ কাৰণেও সেই দিনটো ৰং-ধেমালিৰ আৰু আজৰিৰ দিন। ল'ৰা-ছোৱালী আৰু বুঢ়া-বুঢ়ীসকলেও এই ভঠেলি আৰু ভঠেলিৰ লেখীয়া স'ৰি, দেউল, বিষুৱা আদিত ৰংমনে যোগ দিয়ে। সন্ধিয়া ভঠেলি উৎসৱৰ সামৰণি পৰে ; তাৰ পিচত গাঁৱৰ ডেকা ল'ৰাহঁতে ভথেলি ঘৰটো ভাঙে আৰু দোকানীবোৰৰ পৰা মিঠাই, ফল-মূল আদি ৰৰঙনি ৰূপে লৈ ভগাই-বটাই খায়। নামনি অসমৰ ভঠেলি উছৱৰ উদ্যোক্তা আৰ্য্যহিন্দু সমাজ যদিও জাতি-ধৰ্ম, বৰ্ণ, নিৰ্বিশেষে হিন্দু, মুছলমান, জনজাতি-উপজাতি সকলোৱে মেলা আৰু আনন্দত ভাগ লয়।

## ভঠেলিৰ পৰ্য্যালোচনা

ভঠেলি উৎসৱৰ ইতিবৃত্ত, ব্যাপকতা আৰু আয়োজন-সমাৰোহৰ বিষয়ে এই প্ৰবন্ধ লিখাৰ সময়লৈকে পূৰ্ণাঙ্গ আলোচনা-বিলোচনা হোৱা নাই বুলিবই লাগে : আসাম বিছাৰ্চ ছোচাইটীৰ (কামৰূপ অনুসন্ধান সমিতি) মুখপত্ৰৰ দশম বছৰৰ প্ৰথম আৰু দ্বিতীয় যুটীয়া সংখ্যাটোত শিক্ষা-পৰিদৰ্শক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱে ইংৰাজীতে ভঠেলিৰ বিষয়ে লিখা প্ৰবন্ধটি পঢ়াৰ বাহিৰে মোৰ পৰ্য্যালোচনাৰ বাবে ক্ষেত্ৰ-অভিজ্ঞতাৰ বিষয়ে আন সমল নাছিল। গোস্বামীদেৱে ভঠেলি উৎসৱৰ আলোচনাক্ৰমে যি কেইটা বৈশিষ্ট্য দাঙি ধৰিছে—সেই কেইটা সৰ্ববাদীসন্মত আৰু চূড়ান্ত সিদ্ধান্তমূলক বুলি গ্ৰহণ কৰিবলৈ টান পাইছোঁ :—প্ৰথম কথা, ভঠেলি শব্দটোৰ অৰ্থ লৈয়ে ; তেখেতে যুক্তিযুক্ত সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল ; তেখেতৰ পৰামৰ্শ মতে, ভঠেলি শব্দটো 'ভাঠি' শব্দৰ পৰা ওলাইছে ; মদোন্মত্ত মখনা হাতীৰ কুমেৰে হোৱা বীৰ্য্যস্খলনকে নামনি অসমৰ সাধাৰণ ভাষাত আৰু মাউতৰ ব্যৱহাৰিক পৰিভাষাত 'ভাঠি খোলা' বুলি কোৱা হয়। ভঠেলি উছৱ বসন্তকালীন উৎসৱ হোৱা হেতুকে তাত কিছু পৰিমাণে কামনা-বাসনাৰ বোল জড়িত থকাৰ ইঙ্গিত দি তেখেতে ভঠেলি শব্দৰ আঁতিগুৰি ভাঠিৰ লগত সংশ্লিষ্ট কৰিছে। কিন্তু তেখেতৰ পৰামৰ্শ গ্ৰহণ কৰিব নোৱাৰি : কিয়নো ভঠেলি উছৱৰ দিনা আজি-কালিও ডেকা-গাভৰু, ল'ৰা-বুঢ়াৰ মুকলি মেলা হয় যদিও, তাত যৌন-স্পৃহাৰ উদ্দাম আচৰণৰ দৃষ্টান্ত নাই আৰু ভঠেলিৰ পৰম্পৰাই এনে ইঙ্গিত



বহন কৰি অনা নাই। অতীতত কাচিৎ যদি কোনোবা ডেকাই বসন্ত-ৰাগেৰে ৰঞ্জিত হৈ মনে খোজা ছোৱালীক কামনা নিবেদন কৰিছিলো, তেন্তে তেনে বিক্ষিপ্ত আচৰণে গোটেই অনুষ্ঠানৰ সামূহিক পৰিচয় আৰু নামকৰণত প্ৰভাৱ বিস্তাৰ কৰাটো অসম্ভৱ। হাতীৰ লগত জড়িত ভাঠি শব্দৰ সীমাবদ্ধতাই ই ভঠেলিৰ মূল শব্দ বুলি স্বীকৃতি নিদিয়ে।

কিছুমানে ভঠেলি শব্দটো ভাটিয়ালিৰ পৰা অহা বুলি ভাবে। তেতিয়া হ'লে এই শব্দটোৱে নামনি অসমৰ কামৰূপীয় উপভাষাত 'ভাইঠেলি' বা 'ভাঠেলি' ৰূপ পাব পাৰে ; কিন্তু পদ্মপুৰাণৰ ভাটিয়ালিৰ লগত ভঠেলি উৎসৱৰ প্ৰকৃতপক্ষে কোনো যোগসূত্ৰ আৰু সম্বন্ধ স্থাপন কৰিব নোৱাৰি। গোস্বামীদেৱৰ উক্ত প্ৰবন্ধত আগবঢ়োৱা আভাস মতে, সংস্কৃত 'ৱস্তি' আৰু 'উপস্থ'ৰ লগত ভঠেলি শব্দৰ কোনো সম্বন্ধ থকা বুলিও আমি ভাষা বিজ্ঞানৰ দৃষ্টিৰে মানি লব নোৱাৰোঁ। ভঠেলি শব্দৰ দৰে ভঠেলি উৎসৱৰ অঙ্গ 'পাৰ' শব্দটিৰ আতিগুৰিও ৰহস্যজনক। 'পাৰ' শব্দটি সংস্কৃত 'পাৰাৱত' (পাৰ চৰাই) শব্দৰ লগত জড়িত কৰিব পাৰি ; কিন্তু পাৰ চৰাইৰ লগত কি কি সাদৃশ্য থকা বাবে ভঠেলিত পাৰই (মতা-পাৰ, মাইকী পাৰ) স্থান পালে—এইবোৰ সম্যক অনুসন্ধানৰ বিষয়। পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামীদেৱে ভুটীয়া শব্দ 'পৰচা'ৰ লগত পাৰ শব্দটিৰ যোগ-সূত্ৰ স্থাপন কৰিবলৈ বিচাৰিছিল। পাৰ চৰাই হিন্দুসকলে শক্তিপূজাৰ সময়ত বলিৰূপে আগবঢ়ায় ; কেতিয়াবা পাৰচৰাই মঙ্গল কামনাৰে আকাশলৈ উৰাই দিয়ে। বহুতো মঠ-মন্দিৰত এনেদৰে উৰাই দিয়া ধৰম-পাৰ দেৱালয় আৰু দেৱস্থানবোৰত বাহ বান্ধি থকা দেখা যায়। বিহগী কবি ৰঘুনাথ চৌধুৰীয়ে কথা প্ৰসঙ্গত কৈছিল —ভঠেলি শব্দটো আমাৰ গাঁৱৰ ভুঁইথলীৰ (ভূমিস্থলী) পৰা আহিছে—ভুঁই শব্দটোৱে নামনি অসমত খেতি পথাৰৰ ঠাইহে বুজায়। এইখিনিতে উল্লেখযোগ্য যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাগুৰু ভাষাতাত্ত্বিক ডক্টৰ বাণীকান্ত কাকতিৰ মতে ভঠেলি শব্দটো সংস্কৃত ভস্থলী বা ভস্থলিকা শব্দৰ পৰা অসমীয়ালৈ ক্ৰমে ৰূপান্তৰিত হৈ আহিছে। ভঠেলি উৎসৱৰ ঘাই বৈশিষ্ট্য হৈছে পাৰ বা সুসজ্জিত বাঁহৰ নিচান (দণ্ড) ; এই বাঁহৰ নিচানে ভস্থলী বা আকাশ মণ্ডল (ভ—আকাশ, স্থলী—ঠাই, মণ্ডল) শোভা কৰি উৰি থাকে ; বৈদিক যজ্ঞৰ সময়ত হোতাসকলে বংশদণ্ড ব্যৱহাৰ কৰিছিল। এই বংশদণ্ড ৰোপণ প্ৰাচীন দ্ৰাবিড়সকলৰ শিৰোৎসৱৰ প্ৰাৰম্ভতে

সম্পন্ন হৈছিল। নাট্যশাস্ত্ৰকাৰ ভৰতৰ সময়ত শিৰোৎসৱৰ অনুষ্ঠানত বংশদণ্ড উত্তোলন কৰা হৈছিল। এই বংশদণ্ডক জৰ্জৰ দণ্ড বা ইন্দ্ৰধ্বজ বোলা হৈছিল। বংশদণ্ড পোতাটো পবিত্ৰতাবাচক; চড়কপূজা, অন্ত্যেষ্টি ক্ৰিয়া সম্পন্ন কৰাৰ পিচত বংশদণ্ড পোতা নিয়ম আৰ্য্যহিন্দু সমাজত আছে। আনপক্ষে বাঁহৰ লগত কিৰাত কৃষ্টিৰ এটি অবিচ্ছেদ্য সম্বন্ধও আছে।

## ভঠেলিৰ বৈশিষ্ট্য

ভঠেলি উৎসৱৰ বৈশিষ্ট্য বুলিলে---আমি ল'ৰা-বুঢ়া, ডেকা-গাভৰু নিৰ্বিশেষে সমূহ ৰাইজৰ মুকলি মেলা, পাৰ উত্তোলন, ভঠেলি-ঘৰ ভঙা আদিলৈ আঙুলিয়াব লাগিব; আৰু কব লাগিব যে এই ভঠেলি উৎসৱত কোনো বিশেষ পূজা-পাতল, তন্ত্ৰ-মন্ত্ৰ নাই। ভঠেলি ঘৰ ভঙা কাৰ্য্য বীৰত্ব আৰু প্ৰতিৰক্ষামূলক সাহসৰ পৰিচয় হব পাৰে। পাৰ উত্তোলনৰ পাচত পাৰৰ গুৰিত চাঁচি-চুকুকি নিকা ঠাইত শুদ্ধভাৱে শুদ্ধচিত্তে ধূপ-ধূনা, চাকি-বন্তি, মাহ-প্ৰসাদ দিয়াৰ নিয়ম আছে যদিও এয়া কোনো ধৰ্মকৃত্য অথবা ব্ৰত-উপবাসৰ বিষয় নহয়। অসমত মহাপুৰুষ শঙ্কৰ-মাধৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মই আৰ্য্যহিন্দুসকলৰ পূজা-পাতল, হোম-যজ্ঞত চাকি-বন্তি, মাহ-প্ৰসাদৰ এটি সৰল, জনপ্ৰিয় ৰহণ সানি দিছে। স'ৰি উৎসৱত ঠায়ে ঠায়ে শ্ৰীকৃষ্ণ, গোপাল আদিৰ মূৰ্ত্তি স্থাপনা কৰা হয় যদিও এয়া উৎসৱৰ অতিৰিক্ত আকৰ্ষণ বুলি অনুভৱ হয়। কামৰূপৰ দক্ষিণ পাৰে ব'হাগৰ সাত বিহু, ন বিহু উপলক্ষে বেলতলা, আমতলা, বালাসিদ্ধি, ৰামপুৰ, পলাশবাৰী আদি কেবাখনো ঠাই আৰু অঞ্চলত স'ৰি বা বিহু মেলা হয়। মাঘ বিহুৰ পিচতো ভেলাঘৰ, মেজিৰ খোলাত মাঘ মাহৰ প্ৰথম বা দ্বিতীয় দিনা গাঁৱৰ তিৰোতাই সমূহীয়াকৈ নাম-প্ৰসঙ্গ পতা প্ৰথা আছে। স'ৰি আৰু ভঠেলি শেষ হোৱাৰ পাচত সন্ধিয়া গাঁৱৰ ডেকা ল'ৰাহঁত ঘৰলৈ উভতিবৰ সময়ত শ্ৰীকৃষ্ণ, গোপাল আদিৰ মূৰ্তি লৈ যাওঁতে নাইবা ভঠেলি-ঘৰ ভাঙি ঘৰলৈ যাওঁতে অন্য গাঁৱৰ মানুহে বাটত হেঙাৰ ৰখা প্ৰথাও কোনো কোনো অঞ্চলত আছে। মূৰ্ত্তিবাহী সমদলে নিজৰ বীৰত্ব বা পৰাক্ৰমেৰে সেই হেঙাৰ ভাঙিহে পাৰ হব লাগে। ভঠেলিঘৰ ভঙা আৰু স'ৰিৰ হেঙাৰ ভঙাৰ তাৎপৰ্য্য একে ধৰণৰে। ভঠেলি বা স'ৰি উৎসৱৰ দৰেই উজনি অসমৰ বিহু-মেলা, গোৱালপাৰাৰ



বিষুৱা (বিচুৱা), বঙ্গদেশৰ বাঁহ পূজা, মদনোৎসৱ, চড়ক পূজা একেশাৰীৰ লোক উৎসৱ।

স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীয়ে তেখেতৰ প্ৰবন্ধত, ভঠেলিৰ পাৰ উত্তোলনৰ লগত কালিকা পুৰাণোক্ত শক্ৰোত্থানৰ তুলনা কৰিছে। শক্ৰোত্থানৰ বৰ্ণনা দেৱী-পুৰাণতো আছে; ই ৰজা-মহাৰজাৰ দ্বাৰা পালনীয় বিজয় অনুষ্ঠান। কিন্তু শক্ৰোত্থান অনুষ্ঠিত হৈছিল ভাদ মাহত, আন পক্ষে ভঠেলি উৎসৱ হয়---ব'হাগ মাহত। ভঠেলিৰ পৰম্পৰা অসমৰ আৰু উত্তৰ-পূব ভাৰতৰ প্ৰাচীন বিহু উৎসৱ, কিৰাত সংস্কৃতিৰ বাঁহৰ ব্যৱহাৰ আৰু বৈষ্ণৱ ধৰ্মৰ আনুষঙ্গিক প্ৰভাৱৰ সামূহিক ফলৰূপে আৰ্য্যহিন্দু শিৰ-উৎসৱৰ ইন্দ্ৰধ্বজৰ পৰা আহিছে বুলি আমাৰ ধাৰণা। ইয়াত বসন্ত উৎসৱ আৰু প্ৰজনন কৃত্যৰ সামান্য ৰহণ পৰিলেও উদ্দাম আৰু মুকলি যৌন আকৰ্ষণ নাই। ব'হাগৰ লোকপ্ৰিয় উৎসৱৰূপে ৰঙালী বিহুৰ সমধৰ্মী ভঠেলি, স'ৰি, (দেউল), বিষুৱা আদি সঞ্জা প্ৰাণৰ সৰল-সহজ আবেগ-অনুৰাগৰ ৰঙিয়াল খলকনি।

# সাথ আৰু আমতী

অসমৰ গাঁৱে ভূঁয়ে, বিশেষকৈ হিন্দুধৰ্মৰ প্ৰভাৱ জড়িত সমাজত সাথ আৰু আমতী পুৰণিকলীয়া লোকাচাৰ ৰূপে প্ৰচলিত। সাথ (সাঁঠ) বা সাত জেঠৰ শেষ আৰু আহাৰ মাহৰ আদি ভাগত মুঠতে সাতদিন ধৰি চলে। সংস্কৃত ভাষাত সাথক ভূমিদাহ বোলে। আমতী বা আমেতী সংস্কৃতত অম্বুবাচী নামে অভিহিত। আহাৰৰ সাত তাৰিখৰপৰা আমতী লাগে অৰ্থাৎ প্ৰচলিত জনবিশ্বাস মতে আই বসুমতী বা পৃথিৱী দেৱী ৰজস্বলা হয় বা চুব নোৱাৰা হয়। চাৰিদিনৰ মূৰত আমতীৰ চুৱাৰ ওৰ পৰে আৰু সেই কাৰণে পঞ্চম দিনা আমতীৰ শুদ্ধি হয়।

## ৰৰাত পূজা

সাথৰ সময়ত উৰুলি জোকাৰেৰে পানীৰ তলৰপৰা বোকামাটি তুলি আনি, নামনি অসমৰ অঞ্চল বিশেষত স্বামী থকা তিৰোতাসকলে (সধবা বা আয়তী নাৰী) ৰৰাত-পূজা বা ব্ৰত উৎসৱ পালন কৰে। আবিয়ৈ ছোৱালী আৰু বিধৱা তিৰোতাই ৰৰাত পূজা বা ব্ৰত উৎসৱ নাপাতে। কিন্তু তেওঁলোকে দৰ্শকৰ ভূমিকা গ্ৰহণ কৰে আৰু উৎসৱত অনুষ্ঠিত হোৱা গীত-পদ, সাধুকথা শ্ৰৱণত অংশ ল'ব পাৰে। নামনি অসমৰ এই ৰৰাত-পূজা বা ব্ৰত উৎসৱ শাস্ত্ৰীয় সাবিত্ৰীব্ৰতৰ লগত জড়িত এটি লৌকিক আচাৰ উদ্ভৱ বুলি বিশ্বাস হয়। জেঠমাহৰ কৃষ্ণা চতুৰ্দ্দশীত সাবিত্ৰী সত্যবান আৰু ধৰ্মৰাজ (যম) পূজাৰ ব্যৱস্থা আছে: কিন্তু নামনি অসমৰ এই ৰৰাত পূজা বা ব্ৰত-উৎসৱ আহাৰৰ তিনি তাৰিখে পতা হয়। আমতীৰ শুদ্ধিৰ দিনা নীলাচলত আই কামাখ্যাদেৱীৰ মন্দিৰত বিখ্যাত অম্বুবাচী মেলা উৎসৱ হয়।

এনেদৰে সাথ আৰু ৰৰাত, আমতী আৰু আমতী উপলক্ষে কামাখ্যা মন্দিৰত হোৱা উৎসৱক জেঠ-আহাৰ মাহৰ বিশিষ্ট লোকাচাৰ লোক উৎসৱ



বুলি ধৰিব পাৰি। উজনিত আমতীকো সাত বুলিয়ে অভিহিত কৰা হয়।

সাথ (ৰৰাত) আৰু আমতীয়ে বৰ্তমানে অসমত লোকচাৰ আৰু কিছু পৰিমাণে লোক উদ্ভৱৰ স্থান পাইছে; ইবোৰৰ শাস্ত্ৰীয় উল্লেখ আৰু বাধা-নিষেধৰ বিষয়ে তলত দিয়া অনুক্ৰমে জানিব পৰা গৈছে:—

পূৰ্বে ত্ৰীণি পৰে ত্ৰীণি সংক্ৰান্তিঃ মধ্যৱৰ্তিনী।
মিথুনাদৌ বৃষস্যান্তে ভূমিদাহো দিনত্ৰয়ম্॥
ভূমিদাহে ন কৰ্তব্যং বীজানাং ৱপনং ভুৱি।
নিত্যাদৃতে ন কুৰ্বীতে যজ্ঞদান ব্ৰতানি চ॥

অধ্যক্ষ মনোৰঞ্জন শাস্ত্ৰীয়ে 'প্ৰাচীন কামৰূপ পঞ্জিকা'ত ভূমিদাহ বা সাথ সম্পৰ্কে এইদৰে লিখিছে:—"সৌৰ জেঠৰ শেষত তিনিদিন, সংক্ৰান্তি দিন আৰু আহাৰৰ আদিম তিনিদিন এই সাতদিন ভূমিদাহ বা সাথ হয়। সেই কেইদিনত নিত্য নৈমিত্তিক আৰু পূৰ্ব সংকল্পিত কৰ্মৰ বাহিৰে আন বৈদিক কৰ্ম, বীজ বপন আৰু হলবহন নিষিদ্ধ। এই সাতদিনৰ ভিতৰত জেঠৰ শেষৰ এদিন, সংক্ৰান্তি দিন আৰু আহাৰৰ প্ৰথম দিন—এই তিনিদিনত উক্ত কৰ্মবিলাক বিশেষ ভাৱে নিষিদ্ধ।"

## সাথ শব্দৰ উৎপত্তি

সাথ শব্দৰ উৎপত্তি কেনেকৈ হ'ল—খাটাংকৈ কোৱা টান। তথাপি সংস্কৃত ভাষাৰ সপ্ত বা সপ্তকৰ পৰা ক্ৰমে সট্‌ঠঅ, সট্‌ঠ সাঠ বা সাথ (সাত) হোৱাটো সম্ভৱপৰ। ইয়াৰ পৰা অনুমান হয় যে সাতদিনৰ সমাহাৰ বা সমষ্টিয়ে হ'ল সাথ। গঞা সমাজত সাথৰ লগত সাতদিন জোৱা বৰষুণৰ সোঁতা আৰু বানপানীৰ সম্বন্ধ আছে। সাথৰ সোঁতা বুলিলে ধাৰাবাহিক কেনেকেনীয়া বৰষুণ ৰতৰ বুজায়। সাথৰ সময়ত বৰষুণ নিশ্চয়কৈ হয় বুলি আমাৰ খেতিয়কৰ লোকবিশ্বাস চলি আছে। পৃথিৱীৰ অৰ্থাৎ আই বসুমতীৰ গাৰ পোৱণি জুৰ পেলাবলৈকে এইদৰে বৰষুণৰ সোঁত নামি আহে বুলিও কিছুমান মানুহে কয়। সাথৰ সময়ত হালবোৱাৰ নিয়ম নাই; অৱশ্যে আজিকালি এই নিয়ম কিছুমান ঠাইত মানি চলা দেখা নাযায়।

## বৰাত পূজাৰ বিবৰণ

সাথৰ লগত জড়িত নাৰীসকলৰ আচুতীয়া উৎসৱ বৰাত ( বৰত ) বা ব্ৰতৰ বিষয়ে কৰলগীয়া, চাবলগীয়া আৰু বিচাৰিবলগীয়া বহুবিধ আচাৰ বিচাৰ আছে : সাথ লাগিবৰ দিনা স্বামী থকা তিৰোতাই ( আয়তী বা আয়তা ) নদী, পুখুৰী বা পবিত্ৰ জলাশয়ৰ পৰা শুদ্ধভাৱে শুদ্ধ চিত্তে গীত-পদ, উৰুলি জোকাৰেৰে আসন পতা পীৰাত সাথৰ মাটি তুলি আনে। একোজনী তিৰোতাই পানীত বুৰ মাৰি বা ডুব দি তিনি, পাঁচ বা সাতবাৰ মাটি তুলি আনি পীৰাত থাপে। একোটা পৰিয়ালৰ কেৰাজনী সধবা তিৰোতা থাকিলে, একেলগে একেখন পীৰাতে সাথৰ মাটি তুলি আনি বৰাত ( বৰত ) পাতে। বয়সিয়াল তিৰোতাজনীয়ে পোনতে মাটি তোলে। সাথৰ মাটিত, পীৰা বা কাঠৰ আসনত থপাৰ পিচত, ধান, মাহ, তিল, সৰিয়হ আদি শস্য ছটিয়াই দিয়া হয়। এই সাথৰ আসনখনি গোসাঁইঘৰ নাইবা ভঁৰাল-ঘৰত ৰখা হয়। এই সাতদিনৰ প্ৰতিদিনে পুৱাবেলা গা-পা ধুই সাথৰ মাটি তোলা আসনত শুদ্ধচিত্তে সেৱা-সৎকাৰ কৰে। এই সম্পৰ্কে এনে বিশ্বাস চলি আছে যে সাথৰ মাটিত ধান, মাহ, সৰিয়হ, তিল আদিৰ যি বিধ সৰহকৈ গজে, সেই বিধৰে খেতি সেই বছৰত সৰহকৈ হয়। গতিকে খেতিয়ক বোৱাৰীৰ বাবে এয়া ভৱিষ্যৎ খেতি-বাতিৰ আগজাননী। জেঠ-আহাৰ, দোমাহীৰ দিনা পুৱাবেলা সাথৰ আসনত বিশেষ ধৰণে পূজা সেৱা কৰা হয় আৰু আহাৰৰ তিনি তাৰিখে অৰ্থাৎ সাথ আৰম্ভ হোৱাৰ সপ্তমদিনা বৰাত পূজা পাতে। এই নাৰী-উৎসৱত সধৱা বা আয়তী তিৰোতাসকলহে ব্ৰতী ( বৰতী ) হয় আৰু অন্যান্য কুমাৰী, বিধৱা আদিয়ে দৰ্শক বা সহায়িকা ৰূপে যোগ দিয়ে। সংস্কৃত 'ব্ৰত' শব্দৰ পৰাই অঞ্চল বিশেষে অসমীয়াত বৰাত বা বৰত শব্দৰ সৃষ্টি হৈছে। নামনি অসমৰ উত্তৰ কামৰূপ অঞ্চলত 'বৰাত' বুলি কয়। এই বৰাত পূজাত চাউলৰ গুৰি, হালধি মিহলাই সাৱিত্ৰী সত্যবান আদিৰ পুতলা সাজে আৰু ওজা বা নামতীয়ে সংশ্লিষ্ট আখ্যান বা সাধুকথাবোৰ পূজাৰ লগে লগে বৰ্ণনা কৰে। শাস্ত্ৰীয় সাৱিত্ৰী চতুৰ্দ্দশী ব্ৰত চান্দ্ৰমতে জেঠমাহৰ কৃষ্ণ চতুৰ্দ্দশীত অনুষ্ঠিত হয়; আমাৰ তিৰোতাসকলে পতা এই বৰাত পূজা ( বৰত-পূজা ) সাৱিত্ৰী-সত্যৱানৰ উপাখ্যানৰ লগত পৰম্পৰা সূত্ৰে জড়িত যদিও তিথি-বাৰ, ক্ৰিয়া-কৰ্মত পাৰ্থক্য আছে।



বৰাত পূজাৰ সময়ত ঠাই বিশেষে দুটা বা তিনিটা আখ্যান অৰ্থাৎ সাধুকথা পূজাৰ ক্ৰমত বৰ্ণোৱা নিয়ম আছে। সুবচনী পূজা, অপেশ্বৰাৰ পূজাৰ সময়তো দুটা বা ততোধিক সাধুকথা পূজাৰ ক্ৰমত ওজাই বৰ্ণাই যায়।

## আমতীৰ আগমন

সাথৰ পিচতে অম্বুবাচী বা আমতীৰ আগমন। আহাৰ মাহৰ আগ পৰ্ষত আমতী অনুষ্ঠিত হয়। সাথ আৰু আমতীৰ সময়ত বৰষুণ বানপানী হোৱাটো উত্তৰ-পূব ভাৰতৰ প্ৰচলিত জনবিশ্বাস। আমতী বুলিলে আকৌ কোনো কোনো চহা-খেতিয়ক লোকে আম-কঠালৰ বতৰ বুলিও ভাবে। পিচে, আমতীৰ লগত আমৰ গোন্ধ বা সোৱাদ আছে যদিও আমৰ লগত আমতীৰ সম্বন্ধ নাই। অকল আমেই নহয়, সেই সময়ত গাঁৱে-ভুঁয়ে লেতেকু ( লেতুক ), পনিয়ল ( পৈলান ), কঠাল, জামু ( জাম ) আদিও খাবলৈ পোৱা যায়। সংস্কৃত অম্বু ( অৰ্থাৎ পানী ) শব্দৰ লগত অসমীয়া আমতী শব্দৰ সম্বন্ধ স্থাপন কৰিব পাৰি; সংস্কৃতত অম্বুবাচী শব্দৰ জৰিয়তে সেই সময়ত পৃথিৱীত পানীৰ সঞ্চাৰ হোৱাকে সম্ভৱতঃ সূচাইছে—ইয়াক আই বসুমতী বা পৃথিৱী দেৱীৰ ৰজস্বলা অৱস্থাৰ সম পৰ্য্যায়ৰ বুলি ধাৰণা কৰা হৈছে। অসমীয়া আমতী শব্দটি সংস্কৃত অম্বুবাচী শব্দটিৰ পৰা অহা নাই—সম্ভৱতঃ অম্বুৱতী ৰূপৰ পৰা আমতীৰ বিকাশ সাধন হৈছে।

স্মৃতিসাগৰ, স্বল্পমাৎস্য আদি সংস্কৃত পুথিত অম্বুবাচী সম্বন্ধে এনে ধৰণৰ বচন পোৱা যায় :—

যস্মিন্ ৰাৱে ক্ষণেচৈৱ ৰৱিৰ্মিথুনগো ভৱেৎ।
তস্মিন ৰাৱে ক্ষণেচৈৱ ভৱেৎ পৃথ্বী ৰজস্বলা ॥
ৰৌদ্ৰপাদে সমাৰভ্য মিথুনস্থে দিৱাকৰে।
চতুৰ্বিংশতিযামঞ্চ ধৰণী ঋতুভাগ ভৱেৎ ॥

আহাৰ মাহত সূৰ্য্য মিথুন ৰাশিত উদয় হয়। যি বাৰে যি সময়ত সূৰ্য্য মিথুন ৰাশিলৈকে যায়, পিচৰ এসপ্তাহৰ মূৰত সেইবাৰে সেই

সময়ত পৃথিৱী ৰজস্বলা হয়। এই উপলক্ষে চাৰিদিন হালবোৱা, গুটি সিঁচা, মাটি খন্দা আদি কাম কৰাটো নিষিদ্ধ। সন্ন্যাসী, ব্ৰতী, ব্ৰহ্মচাৰী বিধৱা আৰু ব্ৰাহ্মণসকলে এই চাৰিদিন ৰন্ধা বা সিজোৱা সামগ্ৰী খাব নাপায়। এই কেইদিনত সন্ধ্যা-উপাসনা, পূজা-পাতল আদিও নিষেধ। গাঁৱৰ বুঢ়া-বুঢ়ীসকলে অম্বুবাচী বা আমতী লাগিবৰপৰা আমতী ভঙালৈকে পিন্ধা-উৰা কানি-কাপোৰখিনিৰ বাহিৰে বাকীবোৰ সাজ-পাৰ বাকচত বা মাটিৰপৰা ওপৰত ৰাখে আৰু খোৱা বস্তুবোৰ মাটিৰপৰা আঁতৰত পীৰা পাৰি থয়। বুঢ়া-বুঢ়ীসকলে সৰু ল'ৰ-ছোৱালীক আমতী বুঢ়ীৰ বিষয়ে লোক-কল্পনাৰ ৰহণ সানি ভয় দেখুৱায়; কাপোৰৰ দ'ম বা বাকচৰ আঁৰত আমতী বুঢ়ীজনী লুকাই থাকেহি; যদিহে কোনোবা ল'ৰা-ছোৱালীয়ে দুষ্টালি কৰে, ভেম পাতে, তেনেহলে আমতী বুঢ়ীয়ে আহি চ'ক খুৱাব।

## বসুমতীৰ সৃষ্টি-কামনা

পৃথিবী বা বসুমতীক উপাস্যা দেৱীৰূপে ভাৰতীয় আৰ্য্যসকলে বৈদিক-যুগৰেপৰা পূজা অৰ্চনা কৰি আহিছে। বসুমতী আৰু বৰাহৰূপী বিষ্ণুৰ সংযোগত নৰকাসুৰৰ জন্ম হয়। বসুমতী ৰামায়ণৰ নায়িকা সীতাৰো জন্মদাত্ৰী। বসুমতী বা ধৰিত্ৰীদেৱীক জন্মদাত্ৰী ৰূপে কল্পনা কৰি সৃষ্টিৰ প্ৰতীকত্ব আৰোপ কৰা দৃষ্টান্ত পৃথিবীৰ বহুতো জাতি-জনজাতিৰ মাজত আছে। শস্যৰ পথাৰ নন্দন-বন্দন হৰলৈ ডায়েনা, চিৰিচ আদিক বন্দনা কৰাৰ উদাহৰণ ইউৰোপৰ ভিন্ ভিন্ ঠাইত পোৱা যায়। যাদু আৰু যৌন নৃত্য-গীতে পৃথিবীৰ উৰ্বৰা শক্তি বৃদ্ধি কৰে বুলি উত্তৰ আমেৰিকা, যাভা আদিৰ কিছুমান আদিম জনজাতিয়ে বিশ্বাস কৰে। সূৰ্য্য-দেৱতা আৰু পৃথিৱীৰ বিয়া-উৎসৱ পাতি খেতি-পথাৰৰ শ্ৰীবৃদ্ধি সাধন কৰাৰ ব্যৱস্থা আছে উত্তৰ গিনি আৰু অষ্ট্ৰেলিয়াৰ মাজত থকা কিছুমান দ্বীপ পুঞ্জত; চাৰ জেম্‌চ্ ফ্ৰেজাৰৰ গ্ৰন্থত এই বিষয়ে বহল আলোচনা আছে। আমাৰ আই বসুমতীৰ অম্বুবাচী কৃত্য বা আমতীৰ আচাৰ বিধি এই পটভূমিতে বিবেচ্য। আহাৰ মাহত উত্তৰ-পূব ভাৰতৰ, বিশেষকৈ অসম, উত্তৰ বঙ্গত খেতি পথাৰৰ ভৰ কাম চলে। বিশেষকৈ এয়া বাৰিষাৰ শালিধানৰ কঠীয়া সিঁচা বতৰ। এনে সময়তে আই ধৰিত্ৰীৰ পৰা সৃষ্টি কামনা কৰাটো লোক-মানসৰ ফালৰ পৰা যুক্তিসঙ্গত।



## কামাখ্যাত আমতী-মেলা

কামাখ্যাক মুখ্য কৰি শক্তিপীঠ আৰু দেৱীপূজাৰ থানবোৰত আমতী বিশেষভাৱে পালন কৰা হয়। আমতীৰ চাৰিদিন মন্দিৰৰ দুৱাৰ বন্ধ থাকে। আমতীৰ শুদ্ধিৰ দিনা নিত্য নৈমিত্তিক পূজা সেৱা অনুষ্ঠিত হয়। কামাখ্যাৰ অম্বুবাচী মেলা-উৎসৱ সদৌ ভাৰতৰে ধৰ্মজগতত জনাজাত। কামাখ্যা, তাম্ৰেশ্বৰী, কেঁচাইখাইতী আদিৰ পূজা কল্পনা আদিম মাতৃপূজাৰ অন্তৰ্গত আৰু এইবোৰ আৰ্য্যভিন্ন জাতিবোৰৰপৰাই অহাটো সম্ভৱ বুলি স্বৰ্গীয় বাণীকান্ত কাকতি প্ৰমুখ্যে পণ্ডিতে অভিমত দিছে। অসমৰ অষ্ট্ৰিকভাষী খাছিয়া আৰু জয়ন্তীয়াসকল, কিৰাত বা তিব্বত-বৰ্মীভাষী বড়ো, ডিমাছা, দেউৰী চুতীয়া, তিপ্ৰা (ত্ৰিপুৰী) আদি জাতি জনজাতিৰ মাজত কামাখ্যা বা তৎসমা ৰূপত সৃষ্টিকাৰিণী মাতৃ নাইবা দেৱীৰ ধাৰণা পুৰণি কালৰ পৰা চলি আছে। পিচত আৰ্য্যসকলৰ ভাৰতবৰ্ষ প্ৰৱেশৰ সময়ৰপৰা এই ধাৰণাবোৰ আৰ্য্যকৰণ বা আৰ্য্যআচৰণ ভুক্ত কৰি লোৱা হৈছে। তন্ত্ৰ-মন্ত্ৰ আৰু বৌদ্ধধৰ্মৰ প্ৰভাৱত মাতৃপূজা আৰু শক্তি উপাসনা কালক্ৰমত বিষ্ণু আৰু শৈৱ আৰাধনাতকৈও প্ৰবল আৰু ব্যাপক হৈ পৰে। মনসা দেৱী বা সৰ্পৰ অধিষ্ঠাত্ৰী বিষহৰিৰ পূজা-উপাসনাও উত্তৰ-পূব ভাৰতত (অসম, বঙ্গ, বিহাৰ বিয়পি) শক্তি পূজাৰ ভিন্নৰূপী প্ৰচলন মাথোন। কামাখ্যাৰ অম্বুবাচী মেলা-উৎসৱত পূজা-বলিদানৰ উপৰিও দেওধনী নৃত্য এটি বিশেষ উল্লেখযোগ্য অনুষ্ঠান। মনসা বা মাৰৈ পূজাত দেওধাই (দেওধা বা দেওলা), দেওধনী ওজা-পালিৰ লগতে আৱশ্যকীয় নৃত্য-গীতৰ অনুষ্ঠান; বড়ো কছাৰীসকলৰ খেৰাই পূজা-উৎসৱতো দেওধনী আৱশ্যকীয় অঙ্গবিশেষ।

অসমৰ মঙ্গোলয়ড বা কিৰাত গোষ্ঠীৰ বড়ো কছাৰী সকলৰ মাজত আই কামাখ্যাৰ (খাম্-মাই-খা) পূজা-সেৱা সৃষ্টিকৰ্তা বাথৌব্ৰাইৰ (মহাদেৱ) লগতে কৰা হয়। তেওঁলোকে বিশ্বাস কৰে যে—"স্বয়ং জন্মদাত্ৰী আই খাম্ মাইখা (কামখ্যা) দেৱীয়ে বছৰত এবাৰকৈ ঋতুস্নান কৰে; যাৰ পৰিণামত পৃথিৱী পুনৰ শস্যশ্যামলা হৈ উঠে। এই পৰ্বটো আজিও সমগ্ৰ বড়োকছাৰীয়ে পালন কৰে।" (—ধুপাৰাম বসুমতাৰী : বড়ো-কছাৰী সংস্কৃতিৰ কিঞ্চিৎ আভাস, পৃষ্ঠা ৮, ১৯৫৫ খৃঃ) আমতী শব্দৰ উৎপত্তি 'উথুমৈনি খৈ' অৰ্থাৎ নাভিদেশৰপৰা ওলোৱা শোণিত—

এই বড়ো কছাৰী শব্দমালাৰ লগত জড়িত বুলি উক্ত পুথিখনত উল্লেখ কৰা হৈছে।

## আমতীৰ ব্যাপকতা

অম্বুবাচী বা আমতীৰ কৃত্য আৰু পৰ্ব যাইকৈ উৰিষ্যা, বঙ্গ, অসম, উত্তৰ পূব ভাৰতৰ আৰ্য্য হিন্দুধৰ্মী সমাজত প্ৰচলিত আৰু প্ৰসাৰিত। ইয়াত আৰ্যাভিন্ন ধৰ্ম সংস্কৃতিৰো কিছু প্ৰভাৱ পৰিছে যেন অনুমান হয়। প্ৰজনন কৃত্য, মাতৃপূজা, শক্তিৰ আৰাধনা আদিৰ লগত আমতী আৰু কিছু পৰিমাণে সাথৰো সম্বন্ধ আছে। সাথৰ বৰষুণ আৰু বানপানীয়ে সাব্যস্ত কৰা পৃথিৱীৰ ৰজস্বলা অৱস্থাই খেতি পথাৰত নতুন সৃষ্টিৰ প্ৰচুৰ সম্ভাৱনা সূচায়। আমতীক কেন্দ্ৰ কৰি বহুতো জনবিশ্বাস, জনসংস্কাৰ, আচাৰ বিচাৰ গঢ় দি উঠিছে; উদাহৰণ স্বৰূপে, আমতীৰ কালছোৱাত কানি-কাপোৰ, বাচন-বৰ্তন, পানী-দুনি, খাদ্য-সামগ্ৰী মাটিৰ লগত প্ৰত্যক্ষভাৱে জড়িত নাৰাখি চাং পাতি নাইবা পীৰা বা খাটৰ ওপৰত ৰখা হয়। আমতীৰ সময়ত ব্যৱহাৰ কৰা মাটিৰ চৰু-হাড়ি, বাঁহৰ বাচনী, ধানখেৰ বা কল ছোঁচনিৰ সোঁতা আদি অপৱিত্ৰ বুলি গণ্য কৰা হয় আৰু এইবোৰ পৰিত্যাগ কৰি দূৰৈত পেলাই দিয়া হয়। কাঁহ-পিতলৰ বাচন বা কাঠৰ বাচন আদি ধুই-পখালি চাকচিকুনাই লোৱা হয়। আমতীৰ চুৰা বাচনীৰে কোবাম বা আমতীৰ বাচনী লগাম বুলি কোৱাটো এটি ডাঙৰ গালি। আমতীৰ ভিতৰত এবাঁ গাখীৰ খালে গোটেই বছৰটোলৈকে সাপে কামোৰাৰ ভয় নাথাকে। পোহনীয়া ভাটৌ, টিয়া, শালিকা আদি চৰাইক আমতীৰ ভিতৰত বাহী পানী খুৱালে মৰে বুলিও জনবিশ্বাস আছে। আমতীৰ ভিতৰত খেতি-বাতি দূৰৰ কথা, মাটিত আঁচোৰ এটি মাৰিবও নাপায়। হিন্দু ধৰ্ম মতে, মাক-পিতাক মৰাৰ এবছৰৰ ভিতৰতে আমতী পৰিলে, পুত্ৰ সন্তানে আমতীৰ কালছোৱাত ৰন্ধা-বঢ়া ভাত বা আন সিদ্ধ বস্তু খাব নাপায়।

এনেদৰে দেখা যায়, আই বসুমতীৰ ৰজস্বলা কল্পনাটি প্ৰাচীন মাতৃ পূজা, শক্তিৰ আৰাধনা আৰু উৰ্বৰা বা প্ৰজনন কৃত্যৰ সামূহিক সমন্বয় তথা মনোৰম নিদৰ্শন বুলিয়ে আমাৰ ধাৰণা।

## শাওণৰ মাহতে শান্তি ৰোৱণৰে দিন

অসমৰ আৰ্য্যহিন্দু বছৰ গণনা মতে বছৰৰ চতুৰ্থ মাহ শাওণ খেতি-বাতি বিশেষকৈ ধান ৰোৱা বা কঠীয়া ভুঁইতলীত পোতা পৰ্বৰ বাবে জনাজাত। মাঘ মাহৰপৰাই খেতিয়ক-ৰোৱণীৰ বাবে খেতিৰ বছৰ আৰম্ভ হয়; সেই হিচাবেৰে আহাৰ, শাওণ আৰু ভাদৰ পহিলা পষ খেতি-বাতিৰ ভৰ সময়। জেঠ-আহাৰত সাথ আৰু আমতীৰ পানীৰ প্ৰবলতাই পথাৰত পলস পেলায় আৰু শাওণ মাহতো বানপানী সচৰাচৰ হয় বুলি চহা জীৱনত জনবিশ্বাস শিলৰ খুটি যেন হৈ আছে। সৰু ল'ৰা-ছোৱালীৰ পাঠ্যপুথিত থকা কবিতাফাঁকিলৈ মনত পৰিছে :—

'আহাৰত পকা আম পাবা য'তে ত'তে।
শাওণত বানপানী হয় সকলোতে॥
ভাদত শালিৰ খেতি কৰে পথাৰত।
আহিনত ৰোৱা শেষ হৱিষ মনত॥'

আজিকালি চৰকাৰী উদ্যোগত জাপানী পদ্ধতিৰ উন্নত খেতিৰ প্ৰণালীয়ে পুৰণি নিয়মৰ মাজত নতুন ধাৰা প্ৰৱৰ্তন কৰি সময়ৰ ইফাল সিফাল অলপ কৰিলেও, নদী-নলা নিয়ন্ত্ৰণ আৰু জান খন্দা বিভাগৰ হেতা-ওপৰা চলিলেও নদীমাতৃক অসম ভূমিৰ খলুৱা আৰু জনজাতীয় লোকে বৰষুণ, বানপানী আৰু নদী নিজৰাৰ ওপৰত নিৰ্ভৰ কৰিয়ে নিজাকৈ খেতি পথাৰৰ অঙ্কটো কৰিবলৈ বিচাৰে : কেতিয়াবা নিমিলা অঙ্কই জন-গণক বেৰি ধৰিলেও—বান্তৰিকে বাৰমাহী গীতৰ সুৰতে কওঁ— শাওণৰ মাহতে শান্তি ৰোৱণৰে দিন।

## তুলনীয় সমধৰ্মী উছৱ

শাওণ মাহত ভৈয়ামৰ পথাৰত হাল কোৰেৰে, পাহাৰৰ ওপৰ আৰু খোৰোঙত জুম আৰু অন্যান্য স্তৰবিন্যাস পদ্ধতিৰে খেতি কৰাৰ বহল

বৰ্ণনা আমি কৃষিবিভাগৰ প্ৰচাৰ পুস্তিকাত পাব পাৰোঁ।—যাইৰা কৃষি বিজ্ঞান আৰু কৃষিজ উদ্ভিদ বিদ্যাৰ্থীসকলক সুধিলে জানিব পাৰোঁ।—কিন্তু ধানৰ গোছ দিয়া বা ধানৰ কঠীয়া পোতা উৎসৱ আৰু ইয়াৰ লগত জড়িত লোকানুষ্ঠান আৰু লোক-কৃত্যবোৰ চাবলৈ ক্ষেত্ৰ অধ্যয়নৰ দৰকাৰ নতুবা গাঁৱৰ গাওঁবুঢ়া, চাওৰ গামসকলক সুধি-পুছি লব লাগিব। লখিমী ৰোৱা উৎসৱৰ লগত লখিমী আদৰা উৎসৱৰ এটি দীঘলীয়া সুঁতি বা যোগসূত্ৰ আছে। শাওণৰপৰা আঘোণলৈকে এই উৎসৱৰ উখাটো চলি থাকে :—মাজতে আহিন কাতিৰ কঙালী বিহুত চাকি-বন্তি, আকাশ প্ৰদীপে উৎসৱৰ ধাৰাটো জিলিকাই তোলে। মিৰি সকলৰ ধান ৰোৱা বিহু [1] বড়ো কছাৰী সকলৰ লক্ষ্মীদেৱী বা মাইনাওব্ৰীৰ উদ্দেশ্যে কৰা ইছানু খেৰায় বা শালি খেৰায় আৰু আছু খেৰায় ( আহু খেৰায় ) [2] আমাৰ কাৰণে এই সম্পৰ্কত বিশেষ ভাৱে তুলনীয়।

## নামনি অসমৰ গাঁৱত

ধানৰ গোছ বা গুছি ৰোৱাৰ দিনা বাওঁহাতেৰে মূল খেতিয়ক বা চহাজনে কোনো এক শুভ দিনত পুৱাবেলা ধান ৰোৱা উৎসৱ পালন কৰে : চাকি-বন্তি, ধূপ-ধূনা, নৈবেদ্য লৈ গৃহস্থৰ সৰু ল'ৰা বা গৰখীয়া লগত যায়। কচুগছ এজোপা ৰোৱা নিয়মো ঠাই বিশেষে আছে। সিদিনা আৰু তাৰ আগদিনাৰ পৰাই ধানৰ গোছ ৰোৱা মূল খেতিয়কজনে শুদ্ধচিত্তে শুদ্ধভাৱে থাকে। পথাৰৰ যিডৰা মাটি বাই-মৈয়াই ভুঁইৰ উপযোগীকৈ ৰাখে, তাত আগদিনা সন্ধিয়া বা সিদিনা পুৱা লৈ যোৱা কঠীয়াৰ মুঠা ভাৰৰপৰা খহাই, তিনি, পাঁচ বা সাত গোছা ৰোৱা অৰ্থাৎ কঠীয়া বাওঁহাতেৰে লখিমীৰ নামত ৰুই দিয়া হয়। তাৰ পাচতহে আন ৰোৱণী বা চহাই সোঁহাতেৰে ভুঁইডৰাৰ বাকী কঠীয়া ৰোৱে। উত্তৰ কামৰূপৰ নলবাৰী অঞ্চলৰ দেউৰাকুছি-দীঘেলি গাঁৱৰ ৰীতি-নীতিমতে

---

[1] মিৰি সকলৰ বিহু : ধান ৰোৱা বিহু (উছৱৰ ৰংচ'ৰা, সংকলন আৰু সম্পাদনা শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা)--শ্ৰীতৰুণ চন্দ্ৰ পামেগামৰ মূল ৰচনা, পৃ : ৩২--৪৩, ১৯৬৩ খৃ :

[2] বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি—শ্ৰীভবেন্দ্ৰ নাৰ্জ্জী, পৃ : ৬২--৮০ ; ১৯৬৬ খৃ : ।



এই ধানৰোৱা উছৱৰ এয়া চমু বৰ্ণনা দিছোঁ : ধান ৰোৱা উছৱত নাৰীসকল বা ৰোৱণী বাইসকল যোৱাৰ নিয়ম নাই। পুৰুষ খেতিয়ক, গৰখীয়া ল'ৰাহে পথাৰলৈ যায়। গণক বাপু বা বামুণৰ ঘৰত আগতীয়াকৈ শুভ দিন-বাৰ পঞ্জিকা অনুযায়ী তিথি-বাৰ নিৰিখেৰে চাই লয়। এই ক্ষেত্ৰত ডাকৰ বচন, খনাৰ বচন আৰু বুঢ়া-মেথাৰ পৰম্পৰা চলিত লোক-বচন আছে। [3] এই সম্পৰ্কীয় গীত পদ দুই-চাৰিফাকি ওজা আই, গাওঁ-বুঢ়াকাই বা ওজাককাইহঁতৰ মুখত সৰুতে শুনা মনত পৰে : এই গীত-পদ লখিমীৰ বন্দনামূলক। আঘোণ মাহৰ লখিমী আদৰা উছৱত এই গীত-পদ একে ধৰণৰে বা অলপ বেলেগাই গোৱা হয়।

## অন্যান্য উৎসৱ : ভেকুলী বিয়া ; মাৰৈপূজা

আহাৰ-শাওণমাহ বৰষুণ, বানপানী খেতিয়ক-ৰোৱণীৰ বাবে বৰ আৱশ্যকীয় জীৱন-মৰণৰ বিষয়। কেতিয়াবা বৰকৈ খৰ দিলে ভেকুলী বিয়া পতা, ঢেকী চুৰিকৈ নি ওলোটাই পোতা আদিৰে বৰষুণ অনাৰ লোক-কৃত্য কৰা দেখা যায়। অসমীয়া ভেকুলী বিয়াত এহাল মতা-মাইকী ভেকুলীক বন-জঙ্গল বা পানীৰ ডোবাৰপৰা আনি দৰাঘৰ, কইনাঘৰ পাতি যিদৰে সমাৰ্থক মানুহৰ বিয়া যেনেকৈ পতা হয়—তাৰ দীঘলীয়া বৰ্ণনালৈ নগৈ মাত্ৰ দুফাঁকিমান গীতৰ নিদৰ্শনেৰে ভেকুলী বিয়াৰ তাৎ-পৰ্য্যলৈ এই প্ৰসঙ্গত উনুকিয়ালো :—

"ৰাম ৰাম ! ভেকুলীৰ বিয়ালৈ,
ৰাম ৰাম ! আহে ইন্দ্ৰদেৱে,
ৰাম ৰাম ! বতাহ বৰষুণত তিতিহে ;
ৰাম ৰাম ! স্বৰ্গৰ অপেস্বৰী,
ৰাম ৰাম ! নামি আহিছে,
ৰাম ৰাম ! ভেকুলীৰ বিয়া শুনিহে ॥
ৰাম ৰাম ! দেখি মহাদেৱে,
ৰাম ৰাম ! ভেকুলীৰে বিয়া ;
ৰাম ৰাম ! হাঁহে খলে খলি চাইহে ;" [4]

---

[3] ডাকে বোলা শুনা বাণী : শ্ৰীঅতুলচন্দ্ৰ বৰুৱা ; পৃ৫ : ১৯৬৯ খৃ :

[4] অসমীয়া ভেকুলী-বিয়া : প্ৰকাশক--শিৱনাথ ভট্টাচাৰ্য্য, ভট্টাচাৰ্য্য এজেন্সী, বিহাবাড়ী অসম ; চতুৰ্থ সংস্কৰণ

শাওণ মাহৰ আন এটি জনাজাত লোক-উৎসৱ নামনি অসম, উত্তৰ বঙ্গত আৰু দৰংজিলালৈকে প্ৰচলিত আছে—সেয়া হৈছে শাওণৰ নাগ-পঞ্চমীৰ দিনা বা আশে পাশে ঘৰুৱাকৈ আৰু গাঁৱত সমূহীয়াকৈ অনুষ্ঠিত মনসা বা মাৰৈপূজা। মনসাৰ ধ্যান আৰু মনসাৰ ইতিবৃত্তৰ[৫] বহল বৰ্ণনালৈ নগৈ, মাথোন দুটিমান উল্লেখনীয় বৈশিষ্ট্যৰ বিষয় উনুকিয়াইছোঁ— (১) মনসা বা মাৰৈ বা মাৰৈস্না বা মাৰস্না ৰূপত মাতৃদেৱী বা আই গোঁসানীয়ে মহাদেৱ পাৰ্বতীৰ ( বাথৌব্ৰাই-বাম্নাইখা বা বুলিব্ৰী ) পৰবৰ্তী ৰূপত নাগৰ অধিষ্ঠাত্ৰী দেৱীৰূপে পূজা সেৱা খাই উত্তৰ পূব ভাৰতত ( বঙ্গদেশ, চট্টগ্ৰাম, অসম, মণিপুৰ ( ? ), ত্ৰিপুৰা, উত্তৰ পূব সীমান্ত বা নেফা অঞ্চল ) নাগ সভ্যতা বা আৰ্যাভিন্ন পূজা-সেৱা আৰাধনাৰে এটি বিশিষ্ট ধৰ্মীয় সভ্যতা গঢ় দি তুলিছিল। মনসা পূজা পদ্ধতিত থকা ধ্যান মন্ত্ৰ মতে "স্নুহীবৃক্ষস্থিতা দেৱী" অৰ্থাৎ সিজুৰ গছৰ ওপৰত বহি থকা মনসা বা বিষহৰী[৬] বড়ো কছাৰী আৰাধনাৰ বাথৌব্ৰাই বা শিৱৰ লিঙ্গপ্ৰতীক সিজু গছৰ পৰা ( সি বা ছি আদি, গজৌ ওথ ) বিষহৰী মনসা বা বা মাৰৈ দেৱীৰ উদ্ভাৱনা নতুন দৃষ্টিৰে আলোচ্য বিষয়।

(২) মনসা বা মাৰৈ পূজাৰ আৱশ্যকীয় দেওধা বা দেওলা বা দেওধাই আৰু দেওধনী ( দৌদিনী) ওজাপালীৰ লগত বা ওজাপালীৰ অবিহনেও উল্লেখযোগ্য অঙ্গবিশেষ। এতিয়াও অসমৰ শোৱালকুছিত দেওধা বা দেওলা আৰু বড়ো কছাৰীৰ খেৰায় থানবোৰত দেওধনী ( দৌদিনী ) সঘনে লগ পোৱা গৈছে।

(৩) ঠাইবিশেষে জেঠ, আহাৰ মাহত; কোনো কোনো অঞ্চলত শাওণ-ভাদ মাহত, বঙ্গদেশত পঞ্জিকা উক্ত নানা দিনত, নানা অঞ্চলত—[৭] দশহৰা, শ্ৰীশ্ৰীগঙ্গা আৰু মনসাদেৱীৰ আৰু নাগ পঞ্চমী মতে মনসা আৰু অষ্টনাগ পূজা কৰাৰ নিয়ম শাস্ত্ৰোক্ত বা পুৰাণোক্ত ৰূপে আছে। দশহৰা, গঙ্গাদেৱী মাতৃপূজাৰে প্ৰকাৰভেদ, এই বিষয়ে বহল আলোচনা-

---

৫ মনসা-কাব্য : বিৰিঞ্চিকুমাৰ বৰুৱা আৰু সত্যেন্দ্ৰনাথ শৰ্মা ( সম্পাদিত ) পাতনি আৰু মূল কাব্য, গুৱাহাটী।

৬ ডঃ সুকুমাৰ সেনৰ মতে বিষহৰী অৰ্থাৎ বিষধৰীহে ; বিষহৰি বা বিষহৰণ কাৰিণী নহয়।

৭ পি-এম্-বাগচি এণ্ড কোম্পানীৰ পঞ্জিকা আৰু ডাইৰেক্টৰী দ্ৰষ্টব্য।



আগলৈকে ৰাখি মাথোন মনসা বা মাৰৈত শাক্ত, বৈষ্ণৱ আৰু তান্ত্ৰিক পন্থাৰ সমন্বয় ঘটাৰ সম্ভাৱনাৰে এইফাঁকি শ্লোক মোৰ গৌৰৱণী মনেৰে আওৰালোঁ :—জৰৎকাৰী জগদ্‌গৌৰী মনসা সিদ্ধা যোগিনী . বৈষ্ণৱী নাগভগিনী শৈৱী নাগেশ্বৰীস্তথা। জৰৎকাৰুপ্ৰিয়াস্তিকমাতা বিষহৰি তথা। দ্বাদশৈ তানি নামানি পূজাকালে সঃ যঃ পঠেৎ·· ইত্যাদি।

শাওণ মাহ আৰু ইয়াৰ আশেপাশে ভাদমাহত হোৱা বিবিধ অনুষ্ঠান যট্‌পঞ্চমী, লোটনষষ্ঠী, ঝুলনযাত্ৰা, সত্যনাৰায়ণ ব্ৰত আৰু জন্মাষ্টমী-পচতিৰ কথা এই প্ৰসঙ্গত মনলৈ আহে। অসমৰ সৰ্ব সাধাৰণ ৰাইজে, বিশেষকৈ হিন্দু আৰু জৈন পন্থী সকলে ঝুলন যাত্ৰা সদৰীকৈ পালিব ধৰিছে। চান্দ্ৰ আৰু সৌৰ গণনা মতে শাওণ-ভাদৰ তিথিৰ লৰচৰ হ'লেও ঝুলনযাত্ৰাৰ শ্ৰীকৃষ্ণ-গোপীৰ দোলন আমাৰ শিশু তথা মাতৃসকলৰ অনুপ্ৰেৰণাৰ উৎস।

অসমৰ কৃষি-উৎসৱ ধান ৰোৱা আৰু কঠীয়া বোৱা উছৱে পাহাৰ ভৈয়ামৰ জাতি, উপজাতি-জনজাতিৰ মাজত কি কি ৰূপ, ভিন্ন ৰূপ লৈছে— সেই বিষয়ে স্থানান্তৰত কিছু আলোচনা কৰা হৈছে : মুঠতে শাওণৰ মাহ যে ৰোৱণৰ দিন, কঠীয়া সিঁচা আৰু ৰোৱাৰ বতৰ—তাত সন্দেহ অকণো নাই।

# জন্মাষ্টমী আৰু পচতি

অসমীয়া হিন্দু সমাজৰ তিথি পৰ্ববোৰৰ পটভূমিত অকল বৈদিক বা শাস্ত্ৰীয় অনুশাসনেই যে আছে নহয়, যুগে যুগে পৰিৱৰ্তিত ৰুচি আৰু লোকাচাৰৰ আচোৰ সেইবোৰত পৰিছে। শাস্ত্ৰীয় পূজা-পৰ্বৰ চৌপাশে এনে কিছুমান লোকাচাৰ বা লোক-উৎসৱ গঢ়ি উঠিছে, যিবোৰৰ আতিগুৰি বিচাৰি উলিওৱা বৰ টান। ভাৰতীয় সংস্কৃতিৰ দৰেই অসমীয়া সংস্কৃতি আৰু আচাৰ ব্যৱহাৰো বিভিন্ন লোক প্ৰবাহৰ সংমিশ্ৰণৰ ফল। অষ্ট্ৰিক, দ্ৰাবিড়ী, তিৰ্বত-বৰ্মী, আৰ্য্য আদি ভিন্ন ভিন্ন স্তৰৰ ৰুচি আৰু লোকাচাৰ অসমীয়া সংস্কৃতিৰ বুকুত নিহিত হৈ আছে। বহাগৰ বিহু আৰু ভঠেলি, জেঠ-আহাৰ মাহৰ সাথ আৰু আমতী, ভাদত জন্মাষ্টমী আৰু পচতি, আহিন কাতি মাহৰ দোমাহীত আকাশ বন্তি, কাতি মাহত দেৱালী, আঘোণত নহোৱো, পুহ মাহৰ দোমাহীত মেজি আৰু ভেলাঘৰ, ফাগুণত ফাকুৱা আদি বিবিধ লোকাচাৰ লোক-উৎসৱ আমাৰ সমাজত প্ৰচলিত আছে। শাওণত ধান ৰোৱাৰে পৰা আঘোণ মাহত ধান চপোৱালৈকে কেবাটাও কৃষি উৎসৱ আৰু অনুষ্ঠানো আমাৰ খেতিয়ক সমাজত পালন কৰা হয়। জন্মাষ্টমীৰ সময়ত পালন কৰা পচতি অসমীয়া হিন্দু সমাজত পুৰ্বাপৰ চলি অহা এটি লোকাচাৰ আৰু লোক উৎসৱ। শ্ৰীকৃষ্ণৰ জন্মাষ্টমী সম্বন্ধে শাস্ত্ৰীয় বিধি-নিয়ম, পূজা-পাতল আছে। কিন্তু পচতি উৎসৱ বা পচতি গোৱা অনুষ্ঠানৰ পিচতহে তেনে ধৰণৰ শাস্ত্ৰীয় চাবমোহৰ নাই যেন লাগে। শাস্ত্ৰীয়ে অনুষ্ঠান জন্মাষ্টমীৰ কাষে কাষে এই লৌকিক উৎসৱ পচতি আমাৰ সমাজত বহু যুগ ধৰি চলি আহিছে। অসমত প্ৰৱৰ্ত্তিত ভাগৱতী বৈষ্ণৱ ধৰ্মই এই পচতি উৎসৱত এটি পৱিত্ৰ আৰু লোকৰঞ্জক ৰহণ সানি দি যায়।

## পচতি শব্দৰ অৰ্থ

পচতি শব্দৰ সাধাৰণ অৰ্থ হৈছে ল'ৰা-ছোৱালী জন্ম হবৰ পাঁচ দিনৰ মূৰত কৰা এটি জন্ম কৃত্য। কিন্তু এই পচতি বা পাচতি ( পঞ্চতি বা



পাঞ্চতি ) উৎসৱ সাধাৰণ ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত অভিহিত নহয়; আমাৰ চিৰশিশু শ্ৰীকৃষ্ণৰ জন্মতিথিৰ ( জন্মাষ্টমী ) পাঁচদিনৰ মূৰতহে এই পচতি উৎসৱ পালন কৰা দেখা যায়।

সাধাৰণতে ল'ৰা ছোৱালীৰ জন্মহবৰ পাঁচ দিনৰ পিচত মাকে পাঁচ দিনীয়া গা ধোৱে; সন্তানকো হালধি পানীৰে গা মচি অন্যান্য তিৰোতা সকলৰ কোলাত তুলি দিয়ে। সেই দিনা গিৰীহঁতৰ ওচৰ-চুবুৰীয়া, জ্ঞাতি-কুটুম্বক মাছ, আদা, জলকীয়া জালুক আদি ( জালাবটা বা জলাগুড়ি ) বিতৰণ কৰা হয়। অসমীয়া সমাজৰ জন্ম, বিবাহ আৰু মৰণক লৈ বহুতো লোকাচাৰ আৱহমান কাল ধৰি চলি আহিছে, সেইবোৰৰ আতিগুৰি নিৰ্ণয় কৰা সহজ নহয়, কিন্তু এই আটাইবোৰ আচাৰ-অনুষ্ঠান দেহ-মনৰ মঙ্গল বিধায়ক কৃত্য। পচতি শব্দটোৰ মূল বিচাৰি গ'লে--পঞ্চতি, পাঞ্চতি আদি পুৰণি ৰূপ পোৱা যায়; ইয়াৰ অৰ্থ পাঁচ দিনীয়া কৃত্য অৰ্থাৎ জন্মৰ পঞ্চম দিনত পালনীয় লোকাচাৰ সমূহ। ল'ৰা-ছোৱালীৰ জন্ম হ'লে তিৰোতাসকলে বং বহইচ কৰে; সন্তান আৰু সন্তানৰ মাকক বেঢ়ি ধৰি নানা নীতি-নিয়ম ক্ৰিয়া-কলাপ সম্পন্ন কৰে। জন্ম হবৰ দিনা নাড়ী ছেদন, শঙ্খ উৰুলি আদি মাঙ্গল্য ধ্বনি কৰাৰ নিয়ম আছে। সেইদৰে পাঁচদিন, এঘাৰদিন, একৈশ দিন ( ল'ৰাৰ ক্ষেত্ৰত ) আৰু এমাহৰ ( ছোৱালীৰ পক্ষে ) মূৰত ভালেমান মাঙ্গল্য আচাৰ অনুষ্ঠান পালন কৰা হয়। এই বিষয়ে মুখে মুখে চলিত এফাকি বাক্য আছে :—

পাঁচদিনতে পচতি কৰিলা<br>
ছয় দিনতে চাতি ( চাকি );<br>
এঘাৰ দিনতে— গ্ৰহপূজা কৰে<br>
পণ্ডিত বামুণক মাতি।

জন্ম কৃত্যৰ ভিতৰতে পালনীয় আন কিছুমান আচাৰ অনুষ্ঠান হৈছে—নামকৰণ, শান্তি স্বস্ত্যয়ন, দান-দক্ষিণা আদি।

## জন্মাষ্টমী পালন

শ্ৰীকৃষ্ণক পূৰ্ণ অৱতাৰ বুলি হিন্দুসকলে পূজা আৰাধনা কৰে। কৃষ্ণৰ জন্মাষ্টমী ভাদ মাহত পালন কৰা হয়। কেতিয়াবা চান্দ্ৰ গণনামতে

শাওণৰ মাহত জন্মাষ্টমী তিথি পৰিলেও অসমৰ বৈষ্ণৱসকলে আৰু গাঁৱলীয়া বাইজে, 'ভাদ মাহতহে জন্মাষ্টমী' পালন কৰি আহিছে। জন্মাষ্টমী অকল অসমতে নহয়—সমগ্ৰ হিন্দু সমাজৰ পালনীয় তিথি। অসমীয়া বৈষ্ণৱ ধৰ্মই কৃষ্ণৰ কাৰণে এনে এখন অত্যুচ্চ আসন দিছে যে সাধাৰণ লোক মাত্ৰেই শ্ৰীকৃষ্ণৰ প্ৰত্যেক কৰ্মকেই লীলা অৱতাৰ বুলি মানে। জন্মাষ্টমীৰ দিনা অসমৰ মঠে মন্দিৰে, নামঘৰে সবাহে শ্ৰীকৃষ্ণৰ পূজা সেৱা নাম কীৰ্ত্তন হয়। প্ৰতি বছৰে নৱজাত শিশু কৃষ্ণৰ আৱিৰ্ভাব পালন কৰা হয়। ই যেন পুৰণি স্মৃতিৰ পৱিত্ৰ সোঁৱৰণি আৰু নিত্য নতুন কল্পনাৰ নৱ আৰাধনা। তিৰোতাসকলৰ পক্ষে এই জন্মাষ্টমী উৎসৱৰ তাৎপৰ্য্য বেচি; আই দৈৱকী যশোদামাতৃ গোকুলৰ গোপীসকল এই জন্মাষ্টমীৰ লগত বিশেষভাৱে জড়িত। সেয়েহে সদৌ হিন্দু জননী-সকলৰ কাৰণেই জন্মাষ্টমীৰ আকৰ্ষণ অতি প্ৰৱল। জন্মাষ্টমীৰ পিচ-দিনাক নন্দোৎসৱ বোলে। ভাদমাহত কৃষ্ণাষ্টমীৰ মাজ নিশা দৈৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰ জন্ম হ'ল; সেই মাজনিশাই বাসুদেৱে গোকুলৰ নন্দৰ-ঘৰত শ্ৰীকৃষ্ণক পলুৱাই থৈ আহিল। পিচদিনা পুৱাহে নন্দৰ নগৰত এই উৎসৱ পালন কৰা হয়। এই দৰে দেখা যায় যে পচতি উৎসৱ জন্মাষ্টমীৰ পিচৰ এটি লৌকিক আচাৰ অনুষ্ঠান। সাধাৰণতে জন্মাষ্টমীৰ পাঁচদিনৰ দিনা পাচতি গোৱা নিয়ম চলি আহিছে। কোনো ঠাইত এই নিয়মৰ ব্যতিক্ৰম কৰি জন্মাষ্টমীৰ পিচদিনা বা দুই-তিনি দিনৰ অন্তৰত পচতি অনুষ্ঠান পালন কৰা হয়।

জন্মাষ্টমীৰ দিনা পুৰুষসকলে নামকীৰ্ত্তন কৰে যদিও তিৰোতাসকলৰ গীত পদ আৰু ৰং ৰহইচৰ মাত্ৰা বেচি। অসমীয়া তিৰোতাসকলে এই উৎসৱত কোনোজনীয়ে দৈৱকী কোনোজনীয়ে যশোদা, কিছুমানে আকৌ গোপীসকলৰ ভূমিকা লৈ জন্মোৎসৱৰ অনুৰূপ আচাৰ-অনুষ্ঠান সমাধা কৰে। পচতি উৎসৱতে জন্মাষ্টমী সংক্ৰান্ত আচাৰ-অনুষ্ঠানৰ পূৰ্ণ পৰিণতি লাভ হয়। পচতি, পেকভাৱনা, দধি মথন আদি শিশু শ্ৰীকৃষ্ণৰ জন্ম আৰু শৈশৱ সংক্ৰান্ত লোকাচাৰ আৰু লোকানুষ্ঠান; এইবোৰৰ বিষয়ে আমাৰ সাহিত্যত উপযুক্ত আৰু পুংখানুপুংখ আলোচনা হোৱা নাই। কিন্তু এই উৎসৱবোৰৰ পটভূমিত অসমীয়া বৈষ্ণৱ ধৰ্মৰ আদৰ্শ আৰু বাৎসল্য প্ৰেমৰ বন্দনা প্ৰকাশ পাইছে। শ্ৰীকৃষ্ণৰ চিৰশিশু ৰূপৰ বিষয়ে ডঃ বাণীকান্ত কাকতিয়ে অভিমত দিছে :—"অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল প্ৰেৰণা দাস্যভাৱ হলেও ইয়াত বাৎসল্য ভাৱৰ প্ৰৱল আধিপত্য আছে।" জন্মোৎসৱ আৰু শৈশৱ সম্বন্ধীয় শিশু কৃষ্ণৰ কাৰ্য্যাৱলীৰ বিশদ বৰ্ণনাই ইয়াৰ প্ৰকৃত প্ৰমাণ।



## পচতি গোৱা

পচতি গোৱা প্ৰথা অসমত বৈষ্ণৱ আন্দোলনৰ আগতেও বোধহয় আছিল, কিন্তু শ্ৰীমন্ত শঙ্কৰৰ বৈষ্ণৱ ধৰ্মই পচতি অনুষ্ঠানত নতুন ৰূপ, নতুন বহণ আৰু লৌকিক আকৰ্ষণৰ সৃষ্টি কৰিলে। পচতি গোৱা ৰীতি আৰু নাম-গীতৰ আহিৰে অসমীয়া বৈষ্ণৱ সাহিত্যত কেবাখনো নাট-পদ ৰচিত হৈছে। ভবানীপুৰীয়া গোপাল আতাই ৰচনা কৰা জন্ম-যাত্ৰা আৰু নন্দোৎসৱ নাট শ্ৰীকৃষ্ণৰ জন্ম কাহিনী বিজড়িত। অঙ্কীয়া নাটৰ আহিৰে এই নাট দুখন ৰচনা কৰা হৈছিল। শ্ৰীমন্ত শঙ্কৰৰ ৰচিত কীৰ্ত্তনৰ শিশুলীলা আৰু আদ্য দশমৰ প্ৰভাৱো গোপাল আতাৰ লেখনীত পৰিছে। মূল ভাগৱতক অৱলম্বন কৰি শ্ৰীমন্ত শঙ্কৰ-মাধৱে শ্ৰীকৃষ্ণৰ বাল্য-লীলা আৰু অন্যান্য মাহাত্ম্য যিদৰে লোক সমাজত প্ৰচাৰ কৰিলে--সেই লোকপ্ৰিয়তাৰ ফল স্বৰূপে পচতি আদি অনুষ্ঠানৰ প্ৰসাৰ হ'ল। আমি জনাত কামৰূপৰ উত্তৰ আৰু দক্ষিণ পাৰে, দৰংজিলাত পচতি গোৱা প্ৰথাৰ চলতি আছে। অসমৰ বিভিন্ন ঠাইত পচতিৰ প্ৰচলন সম্বন্ধে আহৰণ আৰু অনুসন্ধান কৰিবলগীয়া ভালেমান তথ্য আছে বুলি জনা গৈছে।

## পচতি সাহিত্য

সম্প্ৰতি 'পচতি' নামৰ তিনিখন কিতাপ সাহিত্যিক নিদৰ্শন স্বৰূপে আমাৰ হাতত পৰিছে। এখনৰ ৰচক দ্বিজ ৰতিকান্ত; উত্তৰ কামৰূপৰ নলবাৰীৰ অময়াপুৰ অঞ্চলৰ পণ্ডিত লক্ষ্মীনাথ শৰ্মাই এই পুথিখন সংগ্ৰহ কৰিছিল। প্ৰায় দুকুৰি বছৰ আগতে ৬৪ পৃষ্ঠাৰ এই পচতি পুথিখন প্ৰকাশ হৈছিল। পচতি নামৰ আন এখন পুথিৰ দ্বিতীয় তাওৰণ (৪৬১ শঙ্কৰাব্দ) আমাৰ হাতত পৰিছে। কামৰূপৰ বৰবাৰী সত্ৰ আৰু লহকৰ পাৰাৰ হৰিশ্চন্দ্ৰদেৱ গোস্বামী আৰু ধৰ্মদত্ত লহকৰে এই পুথি সংগ্ৰহ কৰি

প্ৰকাশ কৰে। এই পুথিৰ লিখকৰ নাম "মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ" দিয়া হৈছে। তাৰ কাৰণ প্ৰকাশক দুজনে এনে দৰে দৰ্শাইছে "এই পুথিৰ লিখক বহুতো; কিন্তু সৰহভাগ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ৰচিত হোৱা গতিকে পুথিৰ ওপৰত তেওঁৰেই নাম দিয়া হ'ল।"—আমি কিন্তু জানো শ্ৰীমন্ত শঙ্কৰদেৱে "পচতি" নামৰ কোনো পুথি লিখা নাই; গতিকে "কৃষ্ণৰ কিঙ্কৰে" বুলি ভণিতা পালেই শ্ৰীমন্ত শঙ্কৰৰ নামকৰণ কৰাটো সবল যুক্তি নহয়; অৱশ্যে দুয়োখন পুথিত শঙ্কদেৱৰ ৰচিত পদ-ভটিমা আদি বহুল পৰিমাণে প্ৰয়োগ হৈছে। পচতিৰ গীত পদবোৰ এতিয়াও নামতী সকলৰ মুখে মুখে ঠাই ভেদে স্বকীয়া ভাষ্য হিচাবে প্ৰচাৰ হৈ আছে।

## পচতিৰ কবি ৰতিকান্ত

পচতিৰ কবি ৰতিকান্ত দ্বিজৰ বিষয়ে সেই পুথিৰ প্ৰকাশকেও সঠিককৈ একো কব পৰা নাই। পচতি প্ৰথাৰ উদ্ভাৱনা মহাপুৰুষ শঙ্কৰদেৱে কৰিছিল বুলি একশ্ৰেণীৰ লোকে বিশ্বাস কৰে। পিচত শঙ্কৰদেৱৰ আদৰ্শ আৰু তেওঁৰ গীত, পদ, ভটিমা, গুণমালা আদিকে প্ৰধান অৱলম্বন কৰি বহুতে পচতিৰ পুথি লিখিছে; কিন্তু কোনেও শঙ্কৰদেৱৰ প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। ৰতিকান্ত দ্বিজ ৰচিত পচতিৰ পুথিখন ভাষাৰ ফালৰপৰা চাই প্ৰায় নকুৰি বছৰ আগৰ বুলি ধৰিব পাৰি। ডাকৰ বচনত সময়ৰ সোঁত পৰাৰ দৰে মুখে মুখে গোৱা পচতিৰ গীত পদতো সময়ৰ চিন চাব বৈ যোৱাটো স্বাভাৱিক। কবি ৰতিকান্ত কামৰূপ জিলাৰ উপৰ বৰভাগ মৌজাৰ কহাৰঝাৰ, মৰুৱা আদি কোনোবা এখন গাঁৱৰ বুলি অনুমান কৰা হৈছে। সেই অঞ্চলৰ ভাষা আৰু শব্দাৱলীৰ ব্যৱহাৰ এই পুথিত দেখা গৈছে। ৰতিকান্ত দ্বিজ নামৰ এজন মঙ্গলদৈৰ কবিয়ে "ৰাজবংশাৱলী" নামৰ ঐতিহাসিক কাব্য ৰচনা কৰিছিল; কেইজনমান কবিয়ে লগ লাগি ব্ৰহ্ম বৈৱৰ্ত পুৰাণো অসমীয়ালৈ ভাঙিছিল। কিন্তু পচতিৰ কবি ৰতিকান্ত যে ৰাজবংশাৱলী ৰচয়িতা ৰতিকান্ত নহয়—সেই বিষয়ে ভাষা আৰু বিষয় চাই থাৱৰাব পাৰি। কবিয়ে নিজকে 'শিশু ৰতিকান্ত,' "কৃষ্ণৰ চৰণ দাস ৰতিকান্ত' বুলি চিনাকি দিয়াৰ বাহিৰে একো লিখা নাই। দুই-চাৰি ঠাইত লক্ষ্মীনাথৰ ভণিতাও আছে; এইবোৰ বোধহয় প্ৰক্ষিপ্ত বা পিছত



সংযোগ কৰা। দ্বিতীয়খন পচতিৰ পুথিত কৃষ্ণৰ কিঙ্কৰ বা শঙ্কৰ বুলি কিছুমান ঠাইত ভণিতা আছে; দুই চাৰি ফাঁকি পদ আৰু ভটিমা অবিকল শঙ্কৰ-দেৱৰ ৰচনা; কিন্তু তাৰ বাহিৰেও মাধৱ পণ্ডিত, ৰত্নাকৰ, মাধৱদত্ত উপাধ্যায়ৰ ভণিতা আছে।

বৰগীত ৰচনা কৰিয়ে যি কোনো গায়ক বা লিখকে মাধদেৱৰ ভণিতা দিয়াৰ দৰে পচতি পুথিৰ ৰচনা বিভিন্ন লোক বা পণ্ডিতৰ যদিও শ্ৰীমন্ত শঙ্কৰৰ বহুল প্ৰভাৱৰ কাৰণে যি কোনো ৰচক বা পণ্ডিতে শঙ্কৰৰ ভণিতা দিয়াটো সম্ভৱপৰ। দুয়োখন পচতিৰ পুথিকে পদ বা কাব্য বুলিব নোৱাৰি; কিয়নো শ্লোক, সূত্ৰ, দিহা, পদ, বৰদিহা, গীত, গুন-মালা, ভটিমা, ঝুমুৰি আদি নাটকীয় আৰু গীতিমূলক বিষয় বস্তুবো সমাবেশ কৰা হৈছে। নাটকৰ আহিঁতে কবিয়ে পচতি ৰচনা কৰিছে; কিন্তু জন্মযাত্ৰা, নন্দোৎসৱ আদিৰ দৰে পচতি পুথি দুখনত চৰিত্ৰ অঙ্কন কৰা নাই। সেয়েহে পচতিৰ পুথি দুখনক পূৰ্ণাঙ্গ নাট বুলিব নোৱাৰি। পচতি গাওঁতে যিদৰে এগৰাকী ওজাই দিহা লগাই দিয়ে আৰু আনবোৰ আয়তীয়ে তাকে দোঁহাৰে আৰু সেই দিহাৰ অন্তৰে অন্তৰে ওজাই পদ গাই যায়—তালৈ লক্ষ্য কৰিলে পচতিৰ ৰচনাভঙ্গী সাৰ্থক হৈছে। পুৰুষ সকলৰ মাজতো পচতি গোৱা নিয়ম আছে, কিন্তু সি তিৰোতাসকলৰ দৰে ব্যাপক নহয়। পচতি কাব্যও নহয়, স্বৰূপতে গীতি ভাওনা বা গীতি নাট্যহে।

ৰতিকান্ত দ্বিজ ৰচিত পচতিখনত প্ৰথমে এটি সংস্কৃত শ্লোক আছে; এই শ্লোকটো অঙ্কীয়া নাটৰ আহিঁৰে—"যো লোক ভাৰোদ্ধৰণায় চক্ৰী চক্ৰাৱতাৰাং বসুদেৱ গেহে—" ইয়াৰ পাচতে শ্ৰীকৃষ্ণক নমস্কাৰ জনাই সূত্ৰধাৰে নাটকীয় বচনত আৰম্ভ কৰিছে—"আহে সামাজিক লোক।... ...পঙ্কজে চিত্ত দেহ।" ইয়াৰ পাচত ক্ৰমে গুণমালা, দিহা, পদ, খৰদিহা, গীত আদিৰ অৱতাৰণা কৰা হৈছে। এই পুথিৰ ঘাই স্তৱক কেইটা হৈছে—শ্ৰীকৃষ্ণৰ জন্মদিনৰ বৰ্ণনা, বসুদেৱৰ গৃহত পুত্ৰৰূপে জন্ম আৰু দৈৱকী বাসুদেৱৰ স্তুতি, নন্দোৎসৱ, নন্দবসুদেৱ সংবাদ আৰু পুতনা বধ, শ্ৰীকৃষ্ণৰ ৰক্ষা বন্ধন আৰু শ্ৰীকৃষ্ণৰ গণনা মহোৎসৱ। সামৰণিত ঝুমুৰি এটি দি "মধু দানৱ দাৰণ" স্তোত্ৰৰ সন্নিবেশ কৰা হৈছে।

মহাপুৰুষ শঙ্কৰদেৱ ৰচিত বুলি অভিহিত কৰা পচতিখনৰ প্ৰথম আধ্যাতে জয়দেৱকৃত দশাৱতাৰৰ স্তৱ "প্ৰলয় পয়োধি জলে ধৃত বানসি

বেদং" আৰু তাৰ অসমীয়া ভাঙনী আছে। জয়দেৱৰ শ্লোকৰ অসমীয়া ভাঙনী সুৰলা হৈছে।

"জয় জয় কূৰ্মৰূপে স্থূল দেহা অতি।
মথিলা সাগৰ গিৰি ধৰি পিঠি পাতি ॥
দীঘলে বহলে যাৰ নাপাৱন্ত সীমা।
জয় জয় ঈশ্বৰৰ অতৰ্ক মহিমা ॥"

পুথিৰ দ্বিতীয় আধ্যাত শ্ৰীকৃষ্ণৰ জন্ম শিতানত দিহা আৰু পদ সম্বলিত সাত ছোৱা কবিতাক ঠাই দিয়া হৈছে। "যমুনা পাৰ কৰি থৈয়োৰে নন্দেৰ কানাই" এই দিহাৰে বাসুদেৱে শ্ৰীকৃষ্ণক নন্দৰ ঘৰত থৈ অহাৰ পাঁচলৈকে কাহিনী বৰ্ণাইছে। তৃতীয় আধ্যাত শ্ৰীকৃষ্ণৰ পচতি শিতানত "জয়তি জগন্নিবাসা··"আদি শ্লোক এটিৰ অৱতাৰণা কৰা হৈছে। তাৰ পিচৰ সূত্ৰৰ বচন :—"ওহে সামাজিক লোক! সেহি শ্ৰীকৃষ্ণৰ জন্মযাত্ৰা পচতি কৰ্ম সভামধ্যে কহে, তাহাক দেখহ শুনহ, নিৰন্তৰে হৰি ৰাম হৰি ৰাম ॥" ইয়াৰ পাচত গীত, পদ, ঝুমুৰি, ভটিমা, লেছাৰি আদিৰে সূত্ৰৰ বচনসহ পচতিৰ দীঘলীয়া বৰ্ণনা পোৱা যায়। এই ছোৱা ৰচনাৰ শ্ৰীমন্ত শঙ্কৰৰ উপৰিও ৰত্নাকৰ, মাধৱ পণ্ডিত আৰু মাধৱ দত্ত উপাধ্যায়ৰ ভণিতা আছে।

গীতৰ নমুনা :—"আলোভাই ( ও আলোভাই ) গোকুলে উদয়
যদুমণি।
আনন্দে নন্দেৰ পুৰী চনি ॥"
পদৰ নমুনা :— "গোপ গোপী আসিয়া হৰিষে।
কৃষ্ণৰ শিৰে কুসুম বৰিষে ॥
হালধি গোৰস মোট ভৰি।
অন্যো অন্যে সিঞ্চে ৰঙ্গ কৰি ॥
মোট জলে শৰীৰ ভিজায়া।
ৰঙ্গে নাচে যত গোপ জায়া ॥
কৃষ্ণ যশোদাৰ মুখ চাই।
প্ৰেম ভাবে নয়ন যুৰাই ॥"



সূত্ৰৰ বচন আৰু পদতো ভাষাৰ বিশেষত্ব মন কৰিবলগীয়া। যেনে :— ওহে সামাজিক লোক। অনন্তৰে বৃদ্ধগণ মহাহৰিষে আনন্দে মন মগ্না হৈয়া অন্যো অন্যে সাপটি মাটিত লুটিয়া যায়; আনন্দ কৰয়। তাহাক দেখহ, শুনহ, নিৰন্তৰে হৰিবাম। হৰিবাম ॥"

"সভাত যতেক বৃদ্ধ আছে।
উঠি সৱে আনন্দতে নাচে ॥
অন্যো অন্যে ধৰা ধৰি কৰি।
মাটিত বাগৰি ফুৰে ॥"

ইয়াৰ উপৰিও গৰ্গ মুনিৰ ৰূপ বৰ্ণনা কৰি ৰচিত পদ আৰু লেছাৰিত হাস্যৰস আৰু লৌকিকতাৰ চিন পোৱা গৈছে। :—"মুণ্ড ভৈল তাৰ সৰবৰ, দাবি গোফে তাৰ ভোবোকাৰ, চলিবে লাগিল দীঘল দণ্ড প্ৰকাশি ॥"

কবি ৰতিকান্ত দ্বিজ ৰচিত পচতিখিনৰো কাব্যিক সৌন্দৰ্য্য আৰু লোকপ্ৰিয় আকৰ্ষণ আছে। গোপীসকলে উৰুক-মুৰুক কৰি অলঙ্কাৰ পিন্ধি যশোদাৰ পুত্ৰ চাবলৈ অহাৰ বৰ্ণনা :—

"যশোদা বেঢ়ি গৈয়া ৰঙ্গে হুয়া উঠিল্ল।
দেয় আশীৰ্বাদ শিশু হৌক চিৰঞ্জীৱ ॥
হালধীৰ গুৰি আনি পানী মিশলাই।
অন্যো অন্যে সিঞ্চে গোবিন্দৰ গুণ গাই ॥"

লাহে লাহে এই ৰং-ৰহইচৰ মাত্ৰা চৰি গৈছে :—

"হৃষ্ট পুষ্ট গোপীগণে খেলে ৰঙ্গে বেড়ি।
সিঞ্চে দধি দুগ্ধক আউৰক আউৰে বেড়ি ॥"

নন্দই এই গোপীসকলক "বস্ত্ৰ অলঙ্কাৰ, তাম্বূল, পুষ্প, চন্দনেৰে সন্মান কৰিছে। গীতবোৰৰ সুৰ তাল বৰ মনোগ্ৰাহী। দুৰ্গাবৰ বা সুকবি নাৰায়ণৰ গীত পদৰ দৰেই পচতি বচন কিছুমানো মানুহৰ মুখে মুখে :—"নন্দে দিলা আদা, লোণ, গোপীৰ ঘৰে ঘৰেহে। কৃষ্ণৰ পচতি শুনি গোপী আনন্দ কৰেহে।" এনেকুৱা গাৱলীয়া চিত্ৰ আৰু ঘৰুৱা পৰশ ভালেমান ঠাইত আছে।

## প্ৰাচীন কবিৰ পুথি আৰু অন্যান্য প্ৰসঙ্গ

পচতি নামৰ তৃতীয় পুথি এখন ( ৩৫ পৃষ্ঠা ) প্ৰাচীন কবিসকলৰ দ্বাৰা ৰচিত বুলি ১৯৪৬ চনত প্ৰথম তাঙৰণ প্ৰকাশ কৰিছে দত্তবৰুৱা ব্ৰাদাৰ্চ এণ্ড কোম্পানীয়ে নলবাৰীৰ পৰা ।

উত্তৰ কামৰূপৰ বজালী প্ৰমুখ্যে কোনো কোনো অঞ্চলত শ্ৰীকৃষ্ণৰ জন্মাষ্টমীৰ পিচত এমাহলৈকে পচতি গোৱা নিয়ম আছে :—পচতি গোৱাৰ লগত পুতনা বধ, গৰ্গ ঋষিৰ আগমন আদি অভিনয়ৰ মাজেদি ব্যঙ্গৰস আৰু বহুৱালিৰ অৱতাৰণা কৰে । (১) ল'ৰা-ছোৱালীৰ মঙ্গলৰ কাৰণে দুদিনীয়া বা তিনিদিনীয়াকৈ শ্ৰীকৃষ্ণ, যশোদা আৰু গোপীসকলৰ সমাবেশত দধিমথন পতা হয় । উত্তৰ কামৰূপত ই এবিধ সামূহিক নাচ হিচাবে নাৰীসকলৰ মাজত প্ৰচলিত হৈ আছে ।

অসমৰ বহুতো সত্ৰত ৰাজহুৱাকৈ পচতি উৎসৱ পতা হয় । উদাহৰণ স্বৰূপে ছিপাঝাৰৰপৰা সাত মাইল দূৰৈৰ খটৰা সত্ৰত ভাদ মাহৰ শেষ-দিনা ( দোমাহী ) অনুষ্ঠিত পচতি উৎসৱ আৰু মেলাত প্ৰায় কুৰি হাজাৰ লোকৰ সমাবেশ হয় । (২) উত্তৰ কামৰূপৰ লাউপাৰাৰ নামঘৰতো জন্মাষ্টমীৰ পাঁচ দিনৰ মূৰত দধিমথন, আইসকলৰ নাম, ৰাতিৰ ভাওনা আদিৰে পচতি উৎসৱ পালন কৰা হয় । (৩) অসমৰ বিভিন্ন সত্ৰ ( কটৰা, খুন্দীয়া, জাগৰা আদি ) তথা নামঘৰবোৰত জন্মাষ্টমী আৰু পচতি অনুষ্ঠান কম-বেচি পৰিমাণে পালন কৰি অহা হৈছে ।

কাহিনী হিচাবে পচতিৰ মূল দশম, কীৰ্তন আৰু বৈষ্ণৱ যুগৰ নাটবোৰেই ; ভঙ্গীৰ ফালৰ পৰাও শঙ্কৰী-ৰীতিকে অনুসৰণ কৰা হৈছে । ভাষা অপেক্ষাকৃত ভাৱে পিচৰ যদিও পুৰণি শব্দাৱলীৰ প্ৰচুৰ প্ৰয়োগ আছে । পচতি অনুষ্ঠানৰ লৌকপ্ৰিয়তা আৰু পালনীয় লোকাচাৰেই অসমীয়া সাহিত্য সংস্কৃতিৰ বুৰঞ্জীৰ ফালৰপৰা এইবোৰ অধ্যয়নৰ যথোচিত মূল্য ।

---

(১) শ্ৰীযুত সুৰেন্দ্ৰনাথ শৰ্মা এম্-এ, বি-টিৰ সৌজন্যত : গুৱাহাটী আলোচনা চক্ৰৰ যোগেদি ।

(২) দৈনিক অসম, ছেপ্টেম্বৰ, ১৯৬৭ খৃঃ ( বাতৰি দ্ৰষ্টব্য ) ।

(৩) শ্ৰীমান বাপুৰাম বৰ্ম্মনৰ সৌজন্যত প্ৰাপ্ত ।

## আহিনৰ মাহতে শান্তি, তুলসীৰ গোৰে চাতি

আহিন মাহ শৰতৰ আদৰৰ আলহী । অসমীয়াৰ বাৰমাহ গণনামতে আহিনৰ কাৰণে ষষ্ঠ আসনখন আচুতীয়াকৈ ৰখা হৈছে । বছৰৰ অন্যতম আকৰ্ষণীয় ঋতু শৰতৰ মেল-চ'ৰালৈ আদৰৰ অতিথি আহিন আহিলে গিৰীহঁতৰ সমাদৰ পায় ; ঘৰৰ লগুৱা লিগিৰীহঁতেও আলপৈচানৰ হেলা নকৰে । "বাৰ মাহৰ তেৰ গীত" গাবলৈ ভাল পোৱা অসমীয়া সমাজে আহিন মাহত ভালেমান তিথি পৰব পালন কৰে । খেতি-পথাৰবো মধ্য লীলা ক্ৰমে শেষ হৈ যায় । পথাৰৰ লখিমীয়ে সেউজীয়া ৰিহা-মেখেলাৰে সাজি-কাচি শৰতৰ মুকলি নীলাকাশৰ তলত চকু জুৰোৱা ৰূপ-শোভা সৃষ্টি কৰে । পঢ়াশালিৰপৰা ঘৰাঘৰি উভতি অহা ল'ৰা-ছোৱালীবোৰে বাটত ৰংমনেৰে পাঠ্য পুথিৰপৰা গীত এফাঁকি গায় :—

ভাদত শালিৰ খেতি কৰে পথাৰত ।
আহিনৰ বোৱা শেষ হৰিষ মনত ॥
কাতিত দেৱালী হয় মজা দেখি কেনে ।
আঘোণত পথাৰ ঢাকি থয় পকা ধানে ॥

শৰতৰ বন্দনা যুগে যুগে কবি সাহিত্যিক আৰু ঋষি মুনিয়ে কৰি আহিছে । শৰতকালৰ নিশাৰ সৌন্দৰ্য্য, চন্দ্ৰাৱলী ৰাতিৰ বৰ্ণনা, আকাশৰ পাতল আৰু চেকুৰা-চেকুৰি ডাৱৰৰ চমৎকাৰ মনোহৰ ৰূপ আদিৰে আমাৰ প্ৰাচীন সাহিত্য আৰু কাব্য পুৰাণ জাতিষ্কাৰ হৈ আছে । শৰত কালৰ চন্দ্ৰক ডোখৰা-ডুখৰি মেঘে আৱৰি থোৱা "ছিন্নাভ্ৰৈৰিৱ সম্বীতং শাৰদং চন্দ্ৰমণ্ডলম্" দৃশ্য সচাকৈয়ে মনোৰম । ভাগৱতৰ আদ্য স্কন্ধত শ্ৰীমন্ত শঙ্কৰে বৃন্দাবনৰ শৰৎ আগমনৰ বৰ্ণনা এইদৰে দিছে :—

গগন নিৰ্মল স্বচ্ছ ভৈল জল
দূৰ গৈল মেঘগণ ।
মহা সুখকৰ সুৰভি শীতল
বায়ু বহে সৰ্বক্ষণ ॥

## ৰাসক্ৰীড়াৰ গুৰি

শাৰদীয় চন্দ্ৰাৱলী ৰাতিতে শ্ৰীকৃষ্ণই ৰাস-ক্ৰীড়াৰ আয়োজন কৰিছিল। ৰাসক্ৰীড়াৰ গুৰিকথা লৈ নানা জনৰ নানা মত থাকিলেও এই শাৰদীয় উছৱ যে এটি কৃষি উছৱ সেই কথা বৰ্তমানে নিশ্চিত হৈ পৰিছে। ডক্টৰ বাণীকান্ত কাকতিয়ে "ৰাধা চৰিত্ৰৰ অভ্যুদয়" ( ৰামধেনু, তৃতীয় বছৰ, ষষ্ঠ সংখ্যা ) প্ৰবন্ধত মত প্ৰকাশ কৰিছে— "ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত বৰ্ণিত ৰাসক্ৰীড়া কামকেলিৰ প্ৰকট ৰূপ। ই আদিম মানৱৰ কৃষি-উছৱৰ লগত সম্পৰ্ক থকা এক যৌন-নীতি মুক্ত উৎসৱ।" তেখেতে পৌৰাণিক উদ্ধৃতি আৰু সমান্তৰাল ভাৱেৰ্ষ্ৰি ফল্ট চাহাবৰ "ডি মাৰ্ডাৰ্চ" গ্ৰন্থৰ অভিমত তুলনা কৰি উপৰোক্ত সিদ্ধান্তত উপনীত হৈছে। শৰৎ কালৰ নিশাৰ লগত কৃষ্ণ-চৰিত্ৰৰ সমন্বয় আছে :—

শৰৎ কালৰ ৰাত্ৰি অতি বিতোপন
ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন ॥
( কীৰ্ত্তন, ৰাসক্ৰীড়া )

কৃষ্ণ শব্দটোৱে কৃষিবাচক উৎকৰ্ষ বুজায়। ৰাসক্ৰীড়াই যে প্ৰজনন-কৃত্য ( Fertility rite ) হিচাবে শাৰদীয় কৃষি-কৰ্মত প্ৰকৃতিকো উন্মাদনা অনুপ্ৰেৰণা জনাইছিল, তাত আচৰিত হ'বলগীয়া একো নাই। নাৰী আৰু পুৰুষে কামজ নৃত্যৰ দ্বাৰা শস্যৰ উৎপাদন শক্তি বঢ়াবলৈ কৰা চেষ্টা পৃথিৱীৰ বহুতো আদিম লোকৰ মাজত প্ৰচলিত আছে।

## কঙালী বিহু

আহিন আৰু কাতিৰ দোমাহীৰ দিনাই আমাৰ সৰ্বজন পৰিচিত কাতি বিহু বা কঙালী বিহু। কাতি বিহু বা কঙালী বিহুৰ আতিগুৰি বেদোক্ত অশ্বিনৃ দেৱতাৰ পূজাৰ ক্ৰমবিকাশেই হওক ( ঐতৰেয় ব্ৰাহ্মণ ) নাইবা আৰ্য্যপদ্ধতিৰ ওপৰত আৰ্য্যেতৰ আচাৰ-ব্যৱহাৰৰ প্ৰভাৱৰ পৰিণতিয়ে হওক, এই বিহু যে কৃষি উৎসৱ তাত অকণো সন্দেহ নাই। পথাৰৰ ধান-শহ, মাহ-কুঁহিয়াৰ আদিৰ আগত চাকি-বন্তি, ধূপ-ধূনা, নৈবেদ্য-শৰাই দি লখিমীৰ অৰ্চনা কৰা হয়। আহিন কাতিৰ দোমাহীৰ দিনা



চোতালৰ আগত তুলসীৰ গুৰিত চাকি বন্তি আৰু শৰাই দিয়া হয়; বাঁহ পুতি আকাশ-বন্তি সজা হয় আৰু শূন্যতে চাকি ওলোমাই দিয়া হয়। ওপৰৰ আকাশ-প্ৰদীপ তলত তুলসীৰ গুৰিত চাকি-বন্তি। সেয়েহে শান্তি বাৰমাহী গীত বা মধুমতীৰ গীতত এফাঁকি লোক-প্ৰিয় বচন আছে—

আহিনৰ মাহতে (শান্তি) তুলসীৰ গোৱে চাতি।
বিধৱা ব্ৰাহ্মণী পূজে হাতে লৈয়া বাতি।
( অসমীয়া সাহিত্যৰ চানেকি )

তুলসী হিন্দুসকলৰ পূজাৰ পৱিত্ৰ সামগ্ৰী। এই তুলসীৰ পাত নাৰায়ণ বা শালগ্ৰামৰ অতি প্ৰিয় পৰিধান। তুলসীক সাক্ষাৎ লক্ষ্মীৰ প্ৰতিৰূপ বুলি ভবা হয়। তুলসী আমাৰ বাইজৰ জীৱনত পূজাই সেৱাই দাৰুৱে দৰপণে ( দৰৱ-জাতি ) ভালেমান শুভকামত ব্যৱহৃত হয়। তুলসীৰ পূজা বা তুলসীৰ বন্দনা স্বৰূপতে লক্ষ্মীৰ বন্দনা, লক্ষ্মীৰ অৰ্চনা। তুলসীৰ দ্ৰব্য গুণ আৰু ৰাসায়নিক প্ৰভাৱৰ কথা ক'বলৈ আমি নাযাওঁ। কিন্তু তুলসীৰ গুৰিত চাকি-বন্তি আৰু নৈবেদ্য-উপচাৰ আগবঢ়াই ওপৰত আকাশ প্ৰদীপেৰে কঙালী বিহুৰ সন্ধিয়া ধৰণী আৰু অৱনীৰ যি মিলন সূত্ৰ ৰচা হয়, সেই দৃশ্য অতি মনোৰম আৰু অতিকৈ হৃদয়গ্ৰাহী।

## আকাশ বন্তিৰ আয়োজন

নকৈ তুলসীৰ পুলি ৰোৱা হয়, গুৰিত চাপ-বান্ধি দি ঘটেৰে পৱিত্ৰ জল আনি মচা হয়। ওচৰতে বা আগৰ পিনে বাঁহ পুতি আকাশ-প্ৰদীপ বা আকাশ বন্তি দিয়াৰ আয়োজন চলে—দোমাহীৰ দিনা আগবেলাৰ পৰা। কেতিয়াবা দুডাল আৰু কেতিয়াবা এডাল বাঁহ পুতি যিমান পাৰি ওপৰত জৰী ওলোমাই দিবৰ কাৰণে যুঁৱলীৰ দৰে যতন লগোৱা হয়। জৰীডালৰ মূৰত এটি আটোমটোকাৰিকৈ সজোৱা কৰণি বা কুকি বান্ধি দিয়া হয়। এই কৰণি চাৰিওপিনে ৰঙীন কাপেৰেৰে ( আজি কালি কাগজো দিয়ে ) ধুনীয়া বেৰ দিয়া হয়; কৰণিৰ মাজতে বন্তি দিয়াৰ যতন। কাতি বিহুৰ দিনা দহ, এশ বা এশ আঠডাল শলিতাৰে চাকি দিয়াৰ নিয়ম আছে। এনেবোৰ সংখ্যাক যাদুসংখ্যা বা মন্ত্ৰ সংখ্যা কোৱা হয়। জপ-তপ, বলি-বিধানৰ সময়ত এনেবোৰ সংখ্যাৰে অৰ্চনা আগ বঢ়ালে সিদ্ধি হয় বুলি

শাস্ত্ৰত নিৰ্দেশ আছে। যি কি নহওক কঙালী বিহুৰ এই লোক উৎসৱ আকাশ প্ৰদীপ বা আকাশ বন্তিত আদিম, লৌকিক, আৰ্য্য আৰু আৰ্য্যেতৰ প্ৰভাৱৰ সমাহাৰ হৈছে। বাঁহৰ গছ পোতা, বাঁহৰ কৰণি সজা আদিত বাঁহ পূজাৰ (গোৱালপাৰা আৰু বঙ্গত এই পূজাৰ প্ৰচলন বেচি) চিন ফুটি ওলাইছে; আকৌ এই বাঁহ পূজা আৰু বাঁহৰ পবিত্ৰ ব্যৱহাৰে বংশ বৃদ্ধিৰ পৰিচয় দিয়ে। ই তিব্বতবৰ্মীৰ দান। এই বিষয়ে বহল আলোচনালৈ নগৈ আকাশ বন্তিৰ লগত জড়িত আন সামগ্ৰীৰ কথালৈ আহোঁ। তুলসী হিন্দুৰ বা আৰ্য্য মাত্ৰৰে পবিত্ৰ বস্তু। তুলসী আৰাধনা আৰু লক্ষ্মীৰ বন্দনা সমাৰ্থক বুলিয়ে আমি বিবেচনা কৰিছোঁ। এই উৎসৱক আদিম বোলাৰ কাৰণ এয়ে যে ইয়াৰ প্ৰচলন ইতিহাসৰ অজানিত কালৰপৰাই চলি আহিছে। আদিম বা থলুৱা আচাৰ-বিচাৰ, ৰীতি-নীতিৰ তাৰতম্য এই অনুষ্ঠানত পৰিলক্ষিত হয়। উদাহৰণ স্বৰূপে কামৰূপৰ উত্তৰ পাৰ, দক্ষিণ পাৰ নাইবা দৰং গোৱালপাৰাৰ মাজত সাধাৰণ প্ৰভেদ কিছু আছে। এনেবোৰ প্ৰভেদৰ সূক্ষ্ম আৰু তাত্ত্বিক বিচাৰৰ কাৰণেও থল মুকলি হৈয়ে আছে। আহিন-কাতিৰ দোমাহীৰ দিনা আগতীয়া শালিধানে থোৰ মেলে বুলি জনবিশ্বাস আছে :—

"কাতিৰে মাহতে শান্তি কাতিয়ান ধানৰ থোৰ
বাৰ মাহৰ তেৰ গীত গাইতে নাপাওঁ ওৰ ॥"

## তুলসী আৰু আকাশ বন্তিৰ গীত

এই উৎসৱৰ লগত জড়িত লৌকিক গীত, নাম-প্ৰসঙ্গ আৰু কাৰ্য্য-কলাপ বিশেষভাৱে মন কৰিবলগীয়া। এই লৌকিক গীতবোৰৰ স্ৰষ্টা গাঁৱৰ ল'ৰা বুঢ়া, জীয়াৰী বোৱাৰীসকল। নাম-প্ৰসঙ্গৰ উদ্যোক্তাও তেওঁলোকেই। নাৰী পুৰুষ নিৰ্বিশেষে (অৱশ্যে নামৰ অনুষ্ঠান স্ত্ৰীয়াকৈ) সকলোৱে তুলসী আৰু লখিমীৰ বন্দনা কৰে। সৰু ল'ৰা-ছোৱালীবোৰে ডেও দি দি নাচে, তাল, খোল, মৃদঙ্গ, চাপৰিৰ জাউৰি উঠে, লগে লগে সমবেত কণ্ঠেৰে ওজা আই বা নাম লগাই দিয়া পাঠকৰ সুৰে সুৰে গীতৰ ৰাগিণী মুখৰিত হৈ পৰে—

এ তুলসীৰ গোৰে গোৰে
মৃগ পছ চৰে, মৃগ পছ চৰে।
তাকে মাৰিবাক লাগি
ৰামে যতন কৰে ॥



ৰামে ৰোৱে তুলসী
লক্ষ্মণে ঢালে পানী।
স্নান গোবৰ দিয়া ধোৱে
সীতা ঠাকুৰাণী ॥

এইদৰে তুলসী গীত বা আকাশ বন্তিৰ গীত এলানি মানুহৰ মুখে মুখে চলি আহিছে। এইবোৰ পূৰাকৈ সংগ্ৰহ কৰিব পৰা নাই। পণ্ডিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত অসমীয়া সাহিত্যৰ চানেকিতো ভালেমান গীতে ঠাই পোৱা নাই; উদাহৰণ স্বৰূপে তুলসীৰ গীত, লখিমীৰ গীত, আকাশ-বন্তিৰ গীত, মহো হো বা মহ খেদা গীত, তামোল চোৰৰ গীত আদিৰ লেখীয়া লৌকিক বা কাহিনী গীত তাত কিবা কাৰণত সন্নিবিষ্ট নহ'ল।

ওপৰৰ তুলসী-গীতত ৰাম-সীতাৰ চৰিত্ৰ আৰু কাহিনীৰ অৱতাৰণা কৰাটো লৌকিক ৰুচিৰে পৰিচায়ক। ৰাম-সীতা, কৃষ্ণ-ৰুক্মিণী, হৰ-গৌৰী, উষা-অনিৰুদ্ধ, নাৰদ-হনুমান আদি আমাৰ ৰাইজৰ চিৰচেনেহৰ আৰু চিৰ পৰিচিত চৰিত্ৰ; সুবিধা পালেই বা প্ৰয়োজন বোধ হ'লেই এইবোৰক মুখা পিন্ধাই ভাও দিয়াবলৈ তেওঁলোকে বাঞ্ছা কৰে।

সংগৃহীত আৰু কেইফাঁকিমান তুলসী আৰু আকাশ বন্তি সম্পৰ্কীয় গীত হৈছে :—

এ কাল তুলসী এ হে
চকলীয়া পাত।
বেহাই আহিলোঁ মই
মথুৰাৰ হাট।
কাল তুলসী এ ॥
কাতি মহীয়া তুলসীৰে
গোৰে জ্বলে চাতি
ওপৰতে ধৰম ৰজাই
লগাই থৈছে বাতি ॥

এইদৰে এনে শাৰীৰ লৌকিক গীতত ৰাধা-কৃষ্ণৰ স্মৃতি বিজড়িত বৃন্দাবন-মথুৰায়ো ঠাই পাইছে। আমাৰ তুলসী-গীত, লখিমী গীত,

শীতলা নাম, আই নাম আদি ঘাইকৈ নাৰী কবয়িত্ৰীসকলৰে সৃজনী প্ৰতিভাৰ পৰিচয়। এইবোৰ অনুষ্ঠানতো তিৰোতাসকলেই আগ ভাগ লোৱা দেখা যায়।

## শাৰদীয় দুৰ্গাপূজা

আহিন মাহৰ লৌকিক আচাৰ আৰু নিয়মৰ কথা কোৱাৰ লগে লগে শাৰদীয় দুৰ্গাপূজাৰ কথাও ধনাই মনলৈ আহে। দুৰ্গাপূজা যে মূলতঃ এটি মাতৃ-পূজা পন্থা এই বিষয়ে অসমীয়া আৰু ইংৰাজী ভাষাৰ যোগেদি কেবাজনো পণ্ডিতে বিভিন্ন মতামত ব্যক্ত কৰিছে। গুৰিতে শাৰদীয় পূজা ৰাজ-ৰাজেশ্বৰৰ পূজা আছিল যদিও এই কথা পাহৰা অনুচিত যে অতীতৰ ৰাজ-ধৰ্ম আছিল প্ৰজাৰ মঙ্গলৰ কাৰণেই, সৰ্বাঙ্গীন উন্নতিমূলক। আজি কালি ৰাইজে ৰজা। শাৰদীয় দুৰ্গা পূজাৰ লগতে ভালেমান লৌকিক আচাৰ, বিশ্বাস, নিয়ম জড়িত হৈ পৰিছে। দেৱী দোলাত আহিল নে নৌকাত আহিল, কিটোৰ কেনে ফল, কোন দিনা কি বস্তু খাব পায়, কি নাপায়, কোন দিনা লঘোন, কোন দিনা নিৰামিষ—আদি শাস্ত্ৰীয় অনুশাসনৰ কাষে কাষে ভালেমান লোকাচাৰ গঢ়ি উঠিছে। এইবোৰৰ বিশদ আলোচনা আৰু চৰ্চাৰ বাট এতিয়াও উন্মুক্ত হৈয়ে আছে।

শাৰদীয় দুৰ্গাপূজা চান্দ্ৰ গণনা মতে পালন কৰা হয়; কোনো বছৰ আহিন, কোনো বছৰ বা কাতিত আই দুৰ্গাদেৱীৰ পূজাৰ তিথি পৰে। ষষ্ঠীত দেৱীক আৱাহন জনাই সপ্তমী-অষ্টমী-নৱমীত গন্ধ-পুষ্প, ধূপ-দীপ, বলি-বিধানেৰে নাইবা নিৰামিষে পূজা কৰি দশমীৰ দিনা বিজয়া উৎসৱেৰে দেৱীক বিসৰ্জন দিয়া হয়। আমাৰ শান্তি বাৰমাহীৰ গীতত দেৱী-পূজাৰ বিষয়ে এইদৰে উল্লেখ আছে—

আহিনৰ মাহতে শান্তি দেৱী পূজা খায়।
হাঁহ পৰে, ছাগল পৰে, পাৰৰ লেখে নাই ॥
হাঁহ পৰে, ছাগল পৰে পাৰ জাকে জাক।
যৈতে আছে সাউদৰ কোঁৱৰ তৈতে ভালে থাক ॥

দুৰ্গাদেৱীৰ শাৰদীয় অকাল বোধন কৰিছিল ৰজা ৰামচন্দ্ৰই। ৰামচন্দ্ৰ আমাৰ হিন্দু শাস্ত্ৰমতে দশাৱতাৰৰ অন্যতম। শ্ৰীৰামচন্দ্ৰ ত্ৰেতাযুগৰ অৱতাৰ পুৰুষ; শ্ৰীৰামচন্দ্ৰ স্বয়ং ভগৱান। ইয়াৰ পূৰ্বে বসন্ত কালত



বাসন্তী পূজা হিচাবে দুৰ্গাৰ উপাসনা চলিছিল। আজি কালি অৱশ্যে শাৰদীয় দুৰ্গাপূজাৰ জাক-জমকে বাসন্তী পূজাৰ মূল উৎসৱ কিছু পৰিমাণে ম্লান কৰি পেলাইছে। দুৰ্গাপূজা গুৰিতে অভিজাতৰ উৎসৱ আছিল যদিও আজি কালি ই ৰাজহুৱা উৎসৱৰ শাৰীলৈ নামি আহিছে।

গাঁৱলীয়া সমাজত দুই চাৰিজন বংশমৰ্য্যাদাসম্পন্ন লোকে এতিয়াও বছৰি দুৰ্গা-পূজাৰ আয়োজন কৰে; অৱস্থাই নুকুলালেও দেৱীৰ চৰণত এপাহি ফুল বেলপাত তেওঁলোকে নিদিয়াকৈ নাথাকে। পূজা আহিলেই গঞা ৰাইজৰ মনতো আনন্দৰ জোৱাৰ উঠে। ল'ৰা-বুঢ়া, ডেকা-গাভৰু নিৰ্বিশেষে সকলোৰে ইচ্ছা ভাল সাজ-পাৰ পিন্ধিবলৈ, প্ৰতিমা দৰ্শন কৰিবলৈ আৰু ৰঙীন বজাৰৰ আলি বাটেদি ফুৰিবলৈ। আজি-কালি পূজাৰ আকৰ্ষণ সাৰ্বজনীন আৰু ৰাজহুৱা হৈ পৰিছে। পূজাৰ লগতে অসমীয়া হিন্দু সমাজে পালন কৰা আচাৰ-নিয়মবোৰ পুঙ্খানুপুঙ্খ আলোচনাৰ প্ৰয়োজন। শক্তিৰ অধিষ্ঠাত্ৰী মাতৃৰূপে দুৰ্গাৰ আৰাধনা কোনোবা আদিম কালৰপৰা চলি আহিছে। তেনেস্থলত দুৰ্গা-পূজাৰ চৌপাশে থকা লোকাচাৰ জনবিশ্বাস আৰু লোকগীত আদিও অতি পুৰণি; যুগে যুগে সামাজিক পাৰিপাৰ্শ্বিকতাই সেইবোৰত সলনিৰ ৰং সানি দিছে। আজি-কালি শাৰদীয় দুৰ্গাপূজাৰ শাস্ত্ৰীয়তকৈও ৰাজহুৱা আৰু লৌকিক পটভূমিহে মূল্যৱান।

## দুৰ্গাপূজা আৰু আইলা পূজা

দুৰ্গাপূজাৰ কেইদিন গাঁৱত আয়তীসকলে দুৰ্গা গোসাঁনীৰ গীত সন্ধিয়া সুললিত সুৰে গায়; এই কেইদিন তেওঁলোকে ভালেমান লোকাচাৰ পালন কৰে। বিজয়াৰ দিনা সৰস্বতীৰ বন্দনা আৰু পূজা, বুঢ়া বিহকৰ্মাৰ (বিশ্বকৰ্মা) উদ্দেশ্যে তাঁতশালৰ গুৰিত ছোৱালী আৰু বোৱাৰীসকলে পতা পূজা-সেৱাৰ অনুষ্ঠান দেখা যায়। দুৰ্গা আইৰ বিষয়ে সংগৃহীত এফাকি গীতেৰে আমি আলোচনা চমুৱাবলৈ আগ বাঢ়িছোঁ :—

দিয়োৰে বিদায় গুৰু
মই যাওঁ বাপৰ ঘৰে এ।
তুমি যাবা বাপৰ ঘৰে
আমাক দিবা কি এ ?
তোমাক দিম মই ভাঙৰ লাড়ু।
ব্ৰহ্মাক দিম মই ঘিউ এ ॥

তুমি যাবা বাপৰ ঘৰে
মনে বৈৰ ধাণ্ডা এ ॥
কাৰ্ত্তিক গণপতি দুয়োকে
থৈয়া যোৰা বন্ধা এ ॥

শঙ্কৰ-পাৰ্বতীৰ কথোপকথনৰ মাজেৰে দুৰ্গাদেৱীৰ আগমন লোকপ্ৰিয় ভাৱে ইয়াত বৰ্ণিত হৈছে।

আহিনৰ দুৰ্গা-পূজাৰ ভিতৰতে আইলা পূজা বুলি এটি হিন্দু নাৰী-সকলৰ আছুতীয়া লোক উৎসৱ আছে; বিশেষকৈ নামনি অসমৰ উত্তৰ কামৰূপত এই লোক উৎসৱ বহুলভাৱে প্ৰচলিত। শাৰদীয় নৱমী তিথিৰ দিনা, স্থানভেদে শাৰদীয় দশমীৰ দিনা সধৱা নাৰী আৰু কুমাৰী ছোৱালী সকলে বোৱা-কটা বিদ্যাত পাৰ্গত হ'বলৈ কলপাতত সিন্দুৰ, কোমোৰা, নৈবেদ্য আদি চাকি-বন্তি, ধূপ-ধূনাৰে বয়নৰ অধিষ্ঠাত্ৰী আইলা দেৱীলৈ আগবঢ়ায়।

উত্তৰ কামৰূপৰ ঠায়ে ঠায়ে বিজয়া দশমীৰ দিনাও বাতিপুৱা ল'ৰা-বোৰে সৰস্বতী দেৱীৰ আৰু ছোৱালীবোৰে বিশ্বকৰ্মাৰ ( কাঠৰ কাম, বোৱা-কটাৰ দেৱতা ) পূজা কৰাৰ নিয়ম আছে।

আইলা পূজাৰ উৎপত্তিৰ বিষয়ে ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে উত্তৰ কামৰূপৰ কুমাৰকুছি সানেকুছি অঞ্চলত পোৱা ক্ষেত্ৰ অভিজ্ঞতাৰ পটভূমিত কয় যে এই আইলা দেৱী বড়ো-কছাৰীসকলৰ খেৰায় পূজাৰ সময়ত উপাসিত আইলেং (আয়লেং) দেৱতাৰ লগত কিছুপৰিমাণে জড়িত হ'ব পাৰে। আইলা পূজাৰ সময়তে গোৱা লোকগীতবোৰ বোৱা-কটা সম্পৰ্কীয় আৰু উপমা-পটন্তৰে শুনিবলৈ শুৱলা।



ৰাস-লীলাৰ দৃশ্য



গছৰ ডালত সজা টঙিঘৰ



ঢোলৰ ছেও



পৰৱৰ্ত্তী জালেৰে মাছ মাৰিছে



(ক) ভোগালী বিহুৰ মঠ



(খ) ভোগালীৰ মেজি

# লখিমী আদৰা, মহো-হো আৰু ৰাস উৎসৱ

ভাৰতীয় বছৰৰ অষ্টম মাহ আঘোণ বহু সম্ভাৱনা আৰু প্ৰাণ-প্ৰাচুৰ্য্যৰে ভৰপূৰ। আঘোণ মাহৰ শ্ৰেষ্ঠতা গীতাত ভগৱান শ্ৰীকৃষ্ণৰ দ্বাৰা ঘোষণা কৰা হৈছে। শস্য পৰিপূৰ্ণা পৃথিৱীৰ প্ৰকৃত ৰূপ সম্ভাৰ আঘোণ মাহত জনসাধাৰণৰ বাবে উপভোগ্য হৈ পৰে। ভাৰতবৰ্ষৰ নানা ৰাজ্যত, পাহাৰ-ভৈয়ামৰ বিশাল অঞ্চলত কৃষি-কৰ্ম্মৰ সামৰণি উপলক্ষে ভঁৰাললৈ আই লখিমীক আদৰি অনাটো এই মাহৰ এটি উল্লেখযোগ্য সৰ্ব্বজন প্ৰচলিত লোক-উৎসৱ। পূৱ ভাৰতত শালিধানৰ খেতি এই মাহতে চপোৱা হয়। কাতি মাহতে আগতীয়া ধান বা কোনো কোনো জাতৰ ধান পকে যদিও আঘোণত বেছি জাত ধানৰে ভৰপক। কাতিৰে মাহতে শান্তি কাতিয়ান ধানৰ খোৰ বুলি বাৰমাহী গীতত যি উল্লেখ আছে—সেয়া সকলো খেতিয়কৰ ভাগ্যত ঘটা দেখা নাযায়। কাতিত আগতীয়া কাতি-শালিহে পকে, আঘোণতহে বেছি ভাগ শালিৰ পকিবৰ কাল।

## লখিমী আদৰা উৎসৱ

আঘোণ মাহত পকা শালিধানৰ আগ ভঁৰাললৈ আদৰি অনা উৎসৱকে লখিমী আদৰা উছৱ বোলে। নামনি অসমৰ কামৰূপ জিলা আৰু আশে-পাশে পালন কৰা এই উছৱৰ বৰ্ণনা ঠাই ভেদে কিছু বেলেগ। [১] এই লখিমী আদৰা উছৱ সম্পৰ্কীয় কেইটামান কথালৈ আঙুলিয়ালোঁ—শুদ্ধভাৱে শুদ্ধচিত্তে ৰাতিপুৱা বা আগ বেলাতে ঘৰৰ গৃহস্থ বা মূল খেতিয়ক-জনে চাকি-বন্তি, শৰাই কাচি আদি লৈ ধাননি পথাৰলৈ যায়; গৃহস্থ-

[১] কামৰূপৰ লখিমী আদৰা উৎসৱ: সতীশচন্দ্ৰ চৌধুৰী, দৈনিক অসম, ২৪ নবেম্বৰ, ১৯৬৮ চন।

জনে সোঁহাতেৰে ধানৰ তিনিটা গছীত (গোছ) ধৰি বাওঁহাতৰ কাচিৰে আগ তিনিটা কাটি আনে আৰু মূৰত তুলি লৈ যোৱা দোনাটিত থাপনা কৰে। পদূলিলৈ গৃহস্থজন ঘূৰি অহাৰ পাছতহে ঘৰৰ আৰু ওচৰ-চুবুৰীয়াৰ জীয়াৰী-বোৱাৰীয়ে লখিমী আদৰা গীত গায়। সাধাৰণতে পুৰুষ আৰু ল'ৰা-ডেকাসকলহে খোল-তাল, মঙ্গল-বাদ্য বজাই পথাৰলৈ যায়। তিৰোতা আৰু ছোৱালীসকল যোৱাটো নিষেধ। বাওঁহাতখনক লখিমী হাত বুলি ভৰাটো আমাৰ পুৰণি জন-মানসৰ ধাৰণা। তিৰোতা-সকলৰ দৃষ্টিত লখিমী অসন্তুষ্ট হয় বুলিও প্ৰাচীন জন-বিশ্বাস মহাদেৱ-পাৰ্বতীৰ পৌৰাণিক উপাখ্যান, মহাভাৰতীয় ভীম-চৰিতৰ কালৰ পৰাই হয়তো চলি আহিছে। উল্লেখযোগ্য যে বড়ো-কছাৰীৰ সমাজতো এই ধাৰণাটো অতীতৰপৰা চলি আছে।[১] মহাদেৱে পাৰ্বতীক নজনোৱাকৈ নিজৰ বাসস্থানৰপৰা দূৰৈত মাটিৰে মানুহৰ মূৰ্ত্তি সজাইছিল আৰু মানুহৰ আহাৰৰ বাবে মহাদেৱে ধানৰ শস্য কৰিছিল। পাৰ্বতীক সেই ঠাইলৈ যাবলৈ মহাদেৱে হকা-বধা কৰে; কিন্তু অৱশেষত আই পাৰ্বতীয়ে লুকাই-চুৰকৈ সেই মাটিৰ মানুহৰ মূৰ্ত্তি চাবলৈ গ'ল আৰু নদন-বদন ধানৰ খেতিও চালেগৈ। খেতি দেখি পাৰ্বতীৰ মুখ লাগিল। মাটিৰে সজা মানুহৰ মূৰ্ত্তিটোক আই পাৰ্বতীয়ে কচুৰ পাতেৰে পানী খুৱাই জীৱন দিলে। ফলত মানুহ হ'ল—কচুৰ পাতৰ পানীৰ দৰেই ক্ষণজীৱী আৰু মৃত্যুমুখী। মহাদেৱে পাৰ্বতীক এনেদৰে শাও দিছিল বোলে—"তোমা-লোক তিৰোতা জাতিয়ে কোনো শস্যৰ খেতি চাব নোৱাৰিবা। চালেই শস্য ধ্বংস হব।" বড়ো-কছাৰী তথা অসমীয়া সমাজত এই নিষেধাজ্ঞা এতিয়াও যেন বলবৎ হৈ আছে। মিৰি বা মিছিং সমাজত আহুধানৰ খেতি চপাই আহিন-কাতি মাহত প-ৰাগ বা নৰাছিগা বিহু পাতেঃ ই অসমীয়া ভোগালী বিহুৰ সমাৰ্থক উৎসৱঃ কিন্তু ইয়াৰো মূল প্ৰেৰণা পথাৰৰ লখিমী ভঁৰালৈ অনাৰ অনাবিল আনন্দ। নামনি অসমৰ লখিমী আদৰা গীতবোৰত আই লখিমীৰ উৎপত্তি, মহিমা আৰু ৰূপ-গুণৰ অলৌকিক কথা-কাহিনী সোমাই আছে:—

(১) বাটৰে দুবৰি মই ফেলাওঁ উভাৰি
লক্ষী মাই আহিব বুলি।

[১] বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি: ভবেন্দ্ৰ নাৰ্জাৰী: পৃ ৬০-৬১, ১৯৬৬ চন।



সাগৰৰ নন্দিনী মাধৱৰ ঘৰিণী
আনাগৈ চোৰঁৰে ধৰি॥

(২) লক্ষী আই আহিছে আমাৰে ঘৰকে
দিবাৰে নাইকা একো।
ৰূপাৰ চাবি খুৱা সোণাৰ ভৰা পীৰা
লক্ষী মাইক বহিবা দিলোঁ॥

(৩) গোসাঁইৰ খাট শুৱনি শাল-গৰাম গোসাঁইহে
গোসাঁইৰ ঘৰ শুৱনি চাট।
পথাৰখন শুৱনি আই মহালক্ষী
কেনেনো চমৎকাৰ দেখি॥

০

(৪) লক্ষী আই আহিছি আমাৰ ঘৰকে
নাম শুনিবৰে মনে।
এ হৰি নামে নিস্তাৰ কৰিব
ভাখেৰী ভবাৰ ধানে॥

(৫) লক্ষীপতি জনাৰ্দন
হৈয়া আছে অচেতন।
নাভি পদ্মে ব্ৰহ্মা উপজিলা॥

(৬) লক্ষী মাইৰ মূৰৰে
পাৰিজাত ফুলৰ মালা,
জয়-বিজয় কাঢ়ি লৈ গৈলা।
সেই অপমানে
লক্ষী-সৰচতী
মনিচে দৰিশন ভৈলা॥

(৭) সাগৰ মথাওঁতে লক্ষী উপজিলা
দেৱগণে আছে চাই।

সেই অপমানে লক্ষী-সৰচতী
অমৃত ভাগে দিবা যায় ॥

(৮) পথাৰত লখিমী ধান হৰি হৰি
পথাৰত লখিমী ধান ।
পথাৰৰ ধাননিক লখিমী আই বুলিবা
লখিমীহে ৰাখিব মান ॥

০

অসমীয়া লোকগীতৰ মতে লখিমীৰ পিতাকৰ নাম সাগৰ, গিৰিয়েকৰ নাম মাধৱ বুলি পৌৰাণিক পৰম্পৰা বৰ্ণোৱা হৈছে ; আন পক্ষে বড়ো-কছাৰী লোকগীতত আছে—লখিমীৰ পিতাকৰ নাম নাও সদাগৰ, মাকৰ নাম দাছৰুৱনি, ককাৰেকৰ নাম ছিলাৰা আৰু ককাদেউতাৰ নাম কাউৰী ৰজা । বড়ো ভাষাত লক্ষ্মীক মাইনাও বুলি কোৱা হয় ।

অসমৰ লোক-মানসে পথাৰৰ লখিমীক মানৱীয় সামাজিক সম্বন্ধৰ বান্ধোনেৰে বান্ধি আদৰৰ জীয়াৰী-বোৱাৰী কৰি তুলিছে ।

## মহো-হো

আঘোণী পূৰ্ণিমাৰ সন্ধিয়া গাঁৱৰ গৰখীয়া আৰু ডেকা ল'ৰাবিলাকে একোটাকৈ দল বান্ধি, এজনে ভালুক সাজি, বাকীবোৰে টাঙোন বা লাঠি লৈ ঘৰে ঘৰে গৈ চোতালত ম'হ খেদা গীত গায়, এই উছৱকে মহো-হো বা ম'হ-খেদা বোলে । নামনি অসমত বিশেষকৈ গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাৰ অংশ বিশেষত জনজাতীয়-অজনজাতীয় নিৰ্বিশেষে গঞা সমাজৰ ই এটি সৰবৰহী লোক-উছৱ ৰূপে পালিত হৈছে । মহো-হো শব্দটি মহক খেদা অৰ্থত ব্যৱহাৰ হৈছে—উল্লেখযোগ্য যে বড়ো-কছাৰী ভাষাত হো শব্দৰ অৰ্থ হৈছে খেদা বা খেদি দিয়া ; অসমীয়া মহ শব্দ আৰু বড়ো-কছাৰী হো শব্দ মিশ্ৰিতৰূপে মহো-হো শব্দ গঠিত হৈছে । ৰেভাৰেণ্ড এণ্ডেলে তেওঁৰ কছাৰী বিষয়ক গ্ৰন্থত কছাৰী সমাজত মহ খেদা অনুষ্ঠানৰ পুৰণি প্ৰচলনৰ বৰ্ণনা দি গৈছে । উত্তৰ-পূব ভাৰতৰ মহপ্ৰধান অঞ্চল হিচাপে অসমৰ পুৰণিকালৰে পৰা কুখ্যাতি আছে ;



অসমৰ জনজাতীয় আৰু অজনজাতীয় ৰাইজে মহ খেদিবৰ কাৰণে প্ৰতি বছৰে আঘোণ মাহৰ পূৰ্ণিমাৰ সন্ধিয়া এনে এটি অনুষ্ঠান পতাৰ আৱশ্যকতা প্ৰাকৃতিক অৱস্থাৰ ফলতে সম্ভৱপৰ হৈছে । উত্তৰ কামৰূপৰ তামোলপুৰ অঞ্চলত বাম্বোলপিটা নামৰ সমধৰ্মী গঞা লোকানুষ্ঠান প্ৰচলিত হৈ আছে । উত্তৰ গোৱালপাৰাত বড়ো সমাজত চেনায় হুনায় নামৰো সমধৰ্মী এটি অনুষ্ঠান আছে ।

প্ৰতি গাঁৱৰ দলবোৰে ঘৰে ঘৰে মহখেদা গীত গাই যি চাউল-পইচা পায়—সেই ধন-চাউলৰ দ্বাৰা তেওঁলোকে মিলি-জুলি, লগ-ভাত বা দল-ভাত খায় ; কেতিয়াবা মাঘৰ উৰুকালৈ এই চাউল আৰু ধন সাঁচি থয় । এনেদৰে মহো-হো গোৱাৰ পিছত গাঁৱৰ মহবোৰ পলাই যায় বুলি জন-বিশ্বাস চলি আছে । মহো-হো উছৱক ভাওল দিয়া বুলিও বৰপেটা অঞ্চলত কয় ।[৩] মোৰ ধাৰণা ভাওল দিয়া শব্দমালা "ভাল হওক দিয়া"ৰূপৰ উদ্ভৱ হৈছে—কিয়নো মহো-হো গীত গাবৰ সময়ত "ভাল হওক, কুশল হওক, গলিৰ (গোহালীৰ) গৰু বাঢ়ক, ভাখ্ৰীৰ (ভঁৰালৰ) ধান বাঢ়ক, গৃহস্থই আমাক পইচা দিবৰ বাবে শক্তিমন্ত হওক । জয় ৰাম বোলা । জয় হৰি বোলা ।"—আদিৰ মঙ্গল-বচন গোৱা হয় : এয়ে ভাওল দিয়া নামৰ অনুপ্ৰেৰণা হব পাৰে । মহো-হো আৰু ভাওল দিয়া গীত-পদৰ আঞ্চলিক ভিন্নতা আছে ।

নামনি অসমৰ নলবাৰী অঞ্চলত আমি সৰুৰেপৰা গাঁৱৰ বুঢ়া-বুঢ়ীৰ মুখত শুনা মহো-হো গীতৰ নিদৰ্শন এনে :—

অ' হৰি মহো-হো
মহ খেদিবা টাৰুন লো ।
মহে বোলে মৰিলোঁৰে ।
টেপোলা পোৰা খালোঁৰে ।
টেপোলত নহল লোণ ।
চাউল কাঢ়ে দোন দোন ॥
চাউল নেদি দিলাক কড়ি ।
এম্বোৰ ঘৰ লৰি-চৰি ॥

৩ শ্ৰীৰামচন্দ্ৰ দাসৰ মহো-হো বা ভাওল দিয়া সম্পৰ্কীয় প্ৰবন্ধৰ ভেটিত ।

লৰি-চৰি বাওঁতে
সোণাৰ নাঙল বাওঁতে।
সোণাৰ নাঙল ৰূপাৰ ফাল
ঘৰজীয়া বেটাই বায়ে হাল।
হাল দিলোঁ সিৰালে
মৈ দিলোঁ পাটে।
মহৰ মাকক পাৰ কৰিলু
বুঢ়াদিয়াৰ ঘাটে॥

এই গীতৰ লগতে জোৰণিৰূপে আৰু গায় :----

বাঁহৰ পাত পকা-জকা।
আমাক দিবা টকা টকা॥
বাঁহৰ পাত চিকিমিকি।
আমাক দিবা সিকি সিকি॥

কেতিয়াবা গিৰিহঁতৰপৰা মৰম আৰু ভাল সহাঁৰি নাপালে, ঠাটা-মস্কৰা, উপলুৱাবে জোৰণি-গীত দিয়া দেখা যায়। মহ খেদা গীতটি এজনে লগাই দিয়ে; বাকীবোৰে গায় আৰু বাঁহৰ টাঙোন বা লাঠিৰে মাটিত খুন্দি দিয়ে আৰু ইটোৱে সিটোৰ লাঠিত কোবাই গীতৰ অনুৰূপ শব্দৰ সৃষ্টি কৰে। মাজতে ভালুক সজা ল'ৰাটিয়ে নাচে। ভালুকে মহ খায় বুলি এটি বিশ্বাস গঞাসমাজত চলি আছে; সেই কাৰণে মহ খেদা বা মহো-হো দলৰ মাজত এজনে ভালুক সাজে---এই ভালুক সজা-জনক ভাল-ভলুকা বুলিও কয়। মহো-হো লোক উছৱে গাঁৱৰ গৰখীয়া আৰু ডেকা ল'ৰাৰ মাজত মিলা-প্ৰীতিৰ বান্ধোন দৃঢ় কৰি আহিছে।

## ৰাস উৎসৱ

আঘোণী পূৰ্ণিমাৰ লগত ৰাস-উৎসৱ পুৰণি কালৰপৰা জড়িত হৈ আছে; আৰ্য্য হিন্দু সমসাজত এই যমুনা-বৃন্দাবনৰ স্মৃতিৰূপে শ্ৰীকৃষ্ণৰ ৰাসলীলা বা ৰাস-উৎসৱ যুগে যুগে পালন কৰা হৈছে। কেতিয়াবা



কাতি মাহতো তিথি গণনামতে ৰাসোৎসৱ অনুষ্ঠিত হয় যদিও, ৰাস-উৎসৱ আঘোণী পূৰ্ণিমাৰ পোহৰতে আমি ৰূপায়িত কৰিলোঁ। ভাৰতৰ আৰ্য্যহিন্দু জন-সমাজত বৃন্দাৱনী স্মৃতিয়ে শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ ৰাসলীলাক ধাৰ্মিক, আধ্যাত্মিক, সামাজিক আদি নানা দৃষ্টিৰে অঙ্কিত কৰি আহিছে। ভাগৱত, হৰিবংশ, বিষ্ণুপুৰাণ, গীত-গোবিন্দ, কেলি-গোপাল আদি ৰাসলীলাৰ বাহক গ্ৰন্থত শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ ৰাস নৃত্যক ভিন ভিন ভাৱত ৰূপায়িত কৰা হৈছে। ৰাস-উৎসৱ বা ৰাস-লীলাৰ জৰিয়তে ৰাধা-কৃষ্ণৰ প্ৰেম-অনুৰাগ, পৰকীয়া-প্ৰীতি, ভক্তিতত্ত্ব আৰু প্ৰেমতত্ত্বৰ বিশিষ্ট বিষয় হৈ পৰিছে। উত্তৰ ভাৰতৰ মঠ-মন্দিৰতে নহয়, দক্ষিণ ভাৰত আৰু ভাৰতৰ বাহিৰতো হিন্দু ধৰ্ম, সভ্যতা-সংস্কৃতিৰ প্ৰভাৱান্বিত অঞ্চল আৰু জন-সমাজত ৰাস-লীলা, নৃত্য-উৎসৱৰ সমাদৰ আৰু প্ৰচলন আছে। অসমৰ বিবিধ সত্ৰ, বিশেষকৈ দক্ষিণপাট প্ৰমুখ্যে মাজুলীৰ সত্ৰ, কোচবিহাৰ, মণিপুৰ আৰু অসমৰ নলবাৰী, পলাশবাৰী, টিহু আদি ঠাইত ৰাস-উৎসৱ বিভিন্ন ৰূপত পয়োভৰ আৰু সমাৰোহেৰে পালন কৰা হয়।

দক্ষিণপাট সত্ৰত প্ৰতি বছৰে কাতিকী পূৰ্ণিমাত ৺বাসুদেৱ গোস্বামী প্ৰণীত ৰাসলীলা নাটৰ অভিনয় আৰু নানা বিধ সত্ৰীয়া খোল-তাল, নৃত্য-বাদ্যেৰে ৰাস-উৎসৱ পালন কৰা হয় আৰু ইয়াত জনতাৰ বিপুল সমাবেশ হয়। মণিপুৰৰ ৰাসলীলা উৎসৱ চাৰি ভাগত বিভক্ত :---কুঞ্জৰাস, বসন্ত-ৰাস, নৃত্যৰাস আৰু মহাৰাস। প্ৰতি বছৰ কাতিৰ পূৰ্ণিমাত মহাৰাস পতা হয়। মণিপুৰৰ প্ৰতি গাঁৱতে ৰাধা-কৃষ্ণৰ মন্দিৰ আৰু ৰাস নৃত্যৰ ৰাস নৃত্যৰ বাবে মঞ্চ আছে। ৰাধা-কৃষ্ণৰ ভাও দিয়া নৰ্তকীয়ে ব্ৰত পালন কৰি নিৰ্দ্ধাৰিত ৰীতিৰে নৃত্য-নাট্য প্ৰদৰ্শন কৰি আহিছে। মণি-পুৰৰ মহাৰাজ জয়সিংহৰ (১৭৫৯---৯৮ খৃঃ) ৰাজকীয় পৃষ্ঠপোষকতাত ইম্ফলত সাজি দিয়া গোবিন্দজীৰ মন্দিৰত প্ৰতি বছৰে ৰাজহুৱাভাৱে ৰাসলীলা পালন. কৰা হয়।[৪]

কোচবিহাৰত অনুষ্ঠিত ৰাজকীয় ৰাস-উৎসৱ বৰ সমাৰোহেৰে ৰাধা-কৃষ্ণ, গোপীসকল, অন্যান্য দেৱ-দেৱী আৰু কাহিনী-জড়িত পুৰুষ-নাৰীৰ

---

৪ উছৱৰ বং চ'ৰা : অতুলচন্দ্ৰ হাজৰিকা সংকলিত আৰু সম্পাদিত---
দক্ষিণপাট আৰু মণিপুৰৰ ৰাস পৃঃ ৯০---৯৯, ১৯৬৩ চন।

প্ৰতিমূৰ্তি সাজি সভা, মেলা, গীত-অভিনয়েৰে পালন কৰা হৈছিল। এই ৰাস-উৎসৱৰ পয়োভৰে অসমৰ নানা ঠাইত ৰাজহুৱাভাৱে মূৰ্তি-প্ৰতিমা সাজি পূজা-পাতল, সভা-মেলা, নৃত্য-নাটক আভিনয়েৰে ৰাসলীলা পালনৰ অনুপ্ৰেৰণা যোগাইছে। সম্প্ৰতি উত্তৰ কামৰূপৰ নলবাৰীত সাতদিন-নদিন পৰ্য্যন্ত ৰাস-উৎসৱ আহল-বহলকৈ বিবিধ পৌৰাণিক কাহিনী-চিত্ৰ সম্বলিত ৰূপত ৰাজহুৱা শিক্ষামূলকভাৱে পতা হয়। ৰাস-উৎসৱৰ এনে ধৰণৰ ৰাজহুৱাৰূপে দুৰ্গাপূজাৰ দৰেই বিবিধ নগৰ-চহৰত জনপ্ৰিয়তা লাভ কৰিছে। ৰাস-উৎসৱৰ প্ৰতি বাঢ়ি অহা জন-প্ৰীতি মন কৰিব-লগীয়া।

## ভোগালি বিহুৰে ৰঙালী পথাৰখন

"আমনি ধানকে দাবলৈ গৈছিলোঁ
বাউলী বতাহে পালে।
কাচি দলি মাৰি হাবিতে সোমালোঁ,
ওঁঠতে বৰলে খালে॥"

পুহৰ শেষত এই "আমনি" বা আমনা ধান দাই শেষ কৰা হয়। লখিমী ঘৰ চাপে; ভোগালি বিহুৱে ভোগৰ ভঁৰাল লৈ খেতিয়ক ৰাইজৰ ঘৰত উপস্থিত হয়। তেতিয়া খেতিয়কৰ ঘৰ ভোগৰ সামগ্ৰীৰে ভৰি পৰে—মুকলি পথাৰখনো হয় ৰঙেৰে ৰঙিয়াল। খেতি-বাতিৰ বোজা আৰু কান্ধত নাই। তেনে অৱস্থাতনো ৰং-ধেমালি নাপাতি থাকিব পাৰেনে? খেতিয়কৰ ঘৰখনলৈ চালেই দেখিব—ঘৰৰ ঘৈণী, জীয়াৰী-বোৱাৰীহঁতে ঢেঁকীশালত ধান বানি চাউল কাঢ়ি পিঠাগুৰি খুন্দিছে, নাইবা চিৰা-সান্দহ খুন্দাৰ আয়োজন কৰিছে। ঢেঁকীশালত চাৰিজনী জীয়াৰী-বোৱাৰী লগ লাগিলেনো আৰু আনন্দৰ বোল নুঠাকৈ থাকেনে? ৰঙিলীৰ বিয়াখন যেনে তেনে মাঘ মাহতে পাতিব লাগে; ভোগমনৰ বিয়া বোলে ফাগুনতহে হব; আমাৰ জেতুকীজনীৰ কাৰণে জয়ৰাম ভাল যোৰ হব: ইত্যাদি ধৰণৰ কথাই ঢেঁকীশালক ৰংঘৰ কৰি তোলে। কোনো-জনী নামতীয়ে আকৌ ঢেঁকীশালতে বিয়া-নামৰ আখৰা দিবলৈ আৰম্ভ কৰে—

"চাউল চালিবৰে ৰূপহী চালনি
বহি জাবিবৰে কুলাহে;
জীয়ৰীৰ ধনেৰে কিনো দোল বান্ধিবা
উৰি যায় শিমলু তুলাহে।"

—তেতিয়াই হয়তো আটাই কেইজনীয়ে গীতৰ জাউৰি তোলে—

"আয়ে চাউল চালে চালনি নুধুৰে
বোপাই তামোল কাটে সৰুহে ।
সৰুটো ভায়েকে ধৰম বিয়া দিলে
লগতো নিদিলে গৰুহে ॥"

এইদৰে ঘৰৰ ভিতৰ চ'ৰাত ভোগালি বিহুৰ ভোগৰ সামগ্ৰীৰ আয়োজন। সাধ্য অনুসৰিয়ে আয়োজন চলে যদিও ই কোনোপধ্যে তাকনীয়া নহয়। চুঙা-পিঠা, তিল-পিঠা, ঘিলা-পিঠা, ফেণী-পিঠা, নাৰিকলৰ লাৰু, মাহ কড়াই বা গুৰি কড়াই, এঠাদৈ, জুলীয়া মিঠৈ---এইবোৰ আৰু বিবিধ ভোজনৰ সম্ভাৰ লোভ সামৰিব নোৱাৰা বস্তু। সুখী-দুখী নিৰ্বিশেষে খেতিয়ক ৰাইজৰ ঘৰত এইবোৰৰ আয়োজন---বিহুৰ ৰং-ধেমালি অনুষ্ঠিত হয়।

বঙালি, কঙালি, ভোগালি তিনিটা বিহুৱে আমাৰ কৃষি-উৎসৱ। খেতি-বাতিৰ আদি, মধ্য আৰু শেষ স্তৰ ৰূপে তিনিওটা বিহুৱে আমাৰ আপোন আমাৰ চেনেহৰ। বিহুৰ গুৰি-গছ ক'ত তাক বিচাৰিবলৈ নগৈয়ো ইয়াকে কব পাৰি যে আদিম কালৰ পৰাই বিহু-উৎসৱ আমি পালন কৰি আহিছোঁ। ভোগালি বিহুৰ অগ্নি-সেৱা, কণী-যুঁজ, মহ-যুঁজ, লগভাত আদিৰ ইতিবৃত্ত সঠিককৈ কোৱা টান; কিন্তু এইবোৰ যে অসমীয়াৰ চিৰ চিনাকি আৰু চিৰ হেঁপাহৰ সেই বিষয়ে প্ৰতিবাদ কৰিবৰ একো নাই।

পথাৰত শাৰী শাৰী মেজি আৰু মঠ, কাষত ভেলাঘৰ বা হাবলি ঘৰ; ল'ৰা আৰু ডেকাহঁতে জুম বান্ধি ভোগালি বিহুৰ আগদিনা লগভাত বা দলভাত খোৱাৰ আয়োজন কৰে। মাছ-কাছ, পাৰ-পাঠা আদি সামিষ আহাৰ নোহোৱাকৈ দলভাত প্ৰায়ে নচলে; আলু-দাইল, শাক-পাচলি আদিৰতো কথাই নাই। দলভাত খাওঁতাসকলে তেওঁলোকৰ ভক্ষ্য-দ্ৰব্য সকলো সময়তে যে কিনি-কুটিহে যোগাৰ কৰে এনে নহয়, সুবিধা-সুযোগ পালে লুকাই-চুৰকৈ অনাও দেখা যায়। ভেলাঘৰ আৰু মেজিৰ কাৰণে কাঠ-বাঁহ সংগ্ৰহ কৰোঁতেও সেই একে অৱস্থা। গাঁৱৰ ল'ৰা-ডেকাহঁতে মাঘবিহুৰ আগবেলাৰ মেজি, মঠ আৰু ভেলাঘৰৰ কাৰণে বাঁহ-কাঠ ঘৰে ঘৰে খুজি ফুৰে। অসমৰ গাঁৱে-ভুঁয়ে বাঁহ-কাঠৰ অভাৱ নাই; অগ্নি দেৱতাৰ কাৰণে এডাল কিয় চাৰিডাল বাঁহ দিবৰ কাৰণেও ৰাইজে আপত্তি নকৰে; কিন্তু দুই এজন কটকিনা গিৰিহঁতে এই বিষয়ত ওচ-মোচ



কৰিলে ল'ৰাহঁতে চুঙা চাই সোপা দি এগুণৰ ঠাইত দহগুণ চুৰি-ডকা দি আনে। নৰা কটা, মেজি-মঠ, ভেলাঘৰ সজা, দলভাত খোৱা এই আটাই বোৰে হ'ল---মুকলি পথাৰৰ উৎসৱ।

মেজি-মঠ আৰু ভেলাঘৰ পোৰাক শাস্ত্ৰসম্মত অগ্নি-পূজা আৰু অগ্নি-সেৱা বুলি আখ্যা দিয়া হয়; কিন্তু অকল শাস্ত্ৰীয় আচাৰেই নহয়, তাৰ লগত যুগে যুগে ভালেমান লৌকিক আচাৰ-ব্যৱহাৰ যোগ হৈ বৰ্তমানৰ ৰূপ লৈছে। আজিকালি ল'ৰা-ডেকাহঁতে ইয়াক এবিধ আনন্দ উছৱ বুলিয়ে লয়। মেজি আৰু ভেলাঘৰ পোৰাৰ সময়ত তিল মাহ ছটিয়াই অগ্নিক সেৱা কৰি হৰিধ্বনি দি, শংখ-ৰৰকাঁহ, তাল-খোল আদি বাদ্য বজাই ল'ৰা-ডেকাহঁতে বেছ ৰং ৰগৰ অনুভৱ কৰে। মুকলি পথাৰত মুকলি মন লৈ আমাৰ ল'ৰা ডেকা আনন্দত বিভোৰ হৈ পৰে। সেই পথাৰতে নাম-কীৰ্তন কৰি প্ৰসাদ বিতৰণ কৰা হয়।

মেজি আৰু ভেলাঘৰৰ লগতে জড়িত আমাৰ লোকপ্ৰিয় খেল এটা হৈছে---'কণী যুঁজ।' মাঘবিহুৰ কেবাদিনো আগবেলাৰ বাটে ঘাটে, হাটে-বজাৰে কণী যুঁজৰ সমাৰোহ চলে। সাধাৰণতে হাঁহৰ কণীৰে খেল পতা হয়। কণী খেল বৰ আমোদজনক। একোজন খেলুৱৈয়ে টান কণীৰে ভালেমান কণী ভাঙি বিজয়ী বীৰৰ দৰে ঘূৰি ফুৰে। হাৰোঁতাই জিকাৰুক কণীটো দিব লগা হয়। মেজি আৰু ভেলাঘৰ পোৰাৰ সময়ত কণী যুঁজে শীৰ্ষ বিন্দু পায়গৈ। কণী অতীজৰেপৰা বিভিন্ন জাতিৰ মাজত প্ৰজনন প্ৰতীক বুলি সমাদৃত হৈ আহিছে। আমাৰ বিয়াই-সবাহে আৰু নানা মাঙ্গলিক পূজা-সেৱাত কণীৰ প্ৰয়োজন হয়। অসমীয়া মানুহে সাধাৰণতে হাঁহ-পাৰ পোহে। পাতিহাঁহ, ৰাজহাঁহ, চীনাহাঁহ আদি ভিন ভিন চামৰ হাঁহৰ কণী লৈ খেল পতা হয়। কোনটো কণী টান, কোনটোৱে বেছি কোব খালে---এনেবোৰ কথাইলে ল'ৰা-ডেকাৰ মনত কৌতুহলৰ সৃষ্টি হয়। কণী-যুঁজৰ সময়ত কেতিয়াবা অনিয়ম বা বেমেজালি চলি আহিছে। ওৰেটো মাঘ মাহে পিঠা-পনা, চিৰা-দৈৰ প্ৰচুৰ প্ৰচলন দেখা যায়। ইষ্ট-কুটুম্বৰ অহা-যোৱা এই মাহত নুগুচে।

ঘৰৰপৰা বাহিৰলৈ উকি মাৰি চাই পঠিয়ালে দেখা যায়---পথাৰত সৰথীয়া ল'ৰা আৰু ডেকাহঁতৰ গাত তৎ নাই। মাঘৰ বিহুৰ দহ-বাৰদিন আগৰে পৰা নৰা কটা, বাঁহ-কাঠ যোগাৰ কৰা, মেজি বা পুজি বন্ধা, ভেলাঘৰ বা হাবলিঘৰ সঁজা, লগভাত বা দলভাত খোৱাৰ আয়োজনতে সকলো

ব্যস্ত। পথাৰৰ মাজত নৰা, খেৰ, কল ছোচনিৰ দ'ম, কাঠ আৰু বাঁহৰ চাক কেবাদিনো আগৰেপৰা দেখা যায়। নামনি আৰু উজনি অসমত মাঘ বিহুৰ মেজি পোৰা, মঠ আৰু ভেলাঘৰ সজা, লগভাত খোৱা আদি ৰং-ৰগৰত ঠাই বিশেষে কিছু লৰচৰ আছে যদিও ভোগালি বিহুৰ পথাৰখনি যে ৰঙেৰে ৰাঙলি তাত অকণো সন্দেহ নাই।

লখিমী ওপজা এই পথাৰখনে খেতিয়ক ৰাইজৰ আশাৰ থলী। এই পথাৰৰ বুকতে খেতিয়কে মাটি চহায়, কঠিয়া সিচেঁ, বিধে বিধে লখিমী ৰোৱে আৰু চপায়। এই পথাৰৰ বুকতে আমাৰ কৃষি-উৎসৱ ভোগালি পাতিলে বয়সিয়াল লোকে সকলো কথাৰ বিচাৰ কৰি দিয়ে।

কণী যুঁজৰ বাহিৰেও মাঘ বিহুৰ সময়ত কিছুমান ঠাইত ম'হ-যুঁজ হয়। এই ম'হ-যুঁজ কেবাখনো গাৱঁৰ মানুহে মুকলি পথাৰত উপভোগ কৰে। ম'হ যুঁজ পুৰণি কালৰেপৰা চলি আহিছে। আহোম ৰাজত্বত ভালেমান আকৰ্ষণীয় ৰজাঘৰীয়া ৰং-ধেমালি আছিল। শেনমেলা, হাতী-যুঁজ, ম'হ-যুঁজ, নানাবিধ বনৰীয়া জন্তুৰ যুঁজ চাই ৰজা-প্ৰজাই আনন্দ পাইছিল। সেই ৰংপুৰো নাই, সেই ৰংঘৰো নাই। পুৰণিকলীয়া ৰং-ধেমালিৰ ধৰণ আৰু ৰুচিৰো সলনি হৈছে। আমাৰ গাৱেঁ-ভূঁয়ে আধুনিক খেল-ধেমালিৰ ক্ৰমে প্ৰচলন বাঢ়ি গৈছে। আজি কালি খেল-পথাৰত ফুটবল, ক্ৰিকেট আদিৰহে আদৰ আৰু সন্মান বেছি।

তথাপিও গাৱেঁ-ভূঁয়ে হাডুখেল, ভন্টা বা টাংগুটি, ধোপ, গেৰোলা আদি নানাবিধ খেল ভোগালি বিহুৰ মুকলি পথাৰত খেলা দেখা যায়। এইবোৰ খেলত ল'ৰা-ডেকাই আনন্দ মনেৰে যোগ দিয়ে। মাঘ মাহত ভালেমান ধৰমৰ তিথি-পৰবো আছে; বুঢ়া-বুঢ়ীসকলে এই মাহত তীৰ্থ যাত্ৰা আৰু ধৰ্ম-কাৰ্য্য কৰে; ল'ৰা-ডেকাসকলে ৰংমনে ভোগালি বিহুৰ পিঠা-পনা খায়। জীয়াৰী-বোৱাৰীসকলে মিতিৰ-আলহীক সোধ-পোচ কৰে; ইষ্ট-কুটুম্বৰ ঘৰলৈয়ো যায়। আজিকালি নগৰীয়া লোকৰ কাৰণে ভোগালি বিহু ভোগৰো নহয়, ৰঙৰো নহয় যেনহে লাগে। নিয়ন্ত্ৰণৰ চাৰি চাপৰ মাজত আৰ্থিক অনাটনত জুৰুলা হৈ নগৰৰ বেছি ভাগেই উৎসৱবোৰলৈ ভয়ৰ চকুৰেহে চায়। তাতে আকৌ ভোগালি বিহুৰ উৰুকাৰ দিনাৰ বিভীষিকাই বহুতৰ মন কোঁচ খুৱাই দিয়ে।

গাৱেঁ-ভূঁয়ে কিন্তু ভোগালি বিহুৰ ৰা-ৰতাহ এনে শুকান আৰু চেঁচা নহয়। এই সময়ত গাৱঁৰ মানুহে লখিমীৰ মুখ দেখি বছৰৰ দুখ-বেদনাৰ



কথা কিছু পৰিমাণে পাহৰে। ভোগালি বিহুৰ মুকলি পথাৰত কিছুমান ঠাইত "সভা দিয়াৰো" নিয়ম আছে। কেতিয়াবা তিনি দিন বা পাঁচ-সাত দিনলৈকেও এই সভা বা সবাহ চলে। ৰাতি যাত্ৰা-ভাওনা, ঢুলীয়া, খুলীয়া, ওজাপালি আদিৰ অভিনয় চলে।

দিনতো দোকান-পোহাৰ, ঢুলীয়া-ওজাপালি আদিৰ অনুষ্ঠান হয়। গাৱঁৰ বুঢ়া-বুঢ়ী, ডেকা-গাভৰু আৰু ল'ৰা-ছোৱালীয়ে এনেবোৰ উৎসৱ অনুষ্ঠান ৰং মনেৰে উপভোগ কৰে। গোটেই মাঘৰ মাহতে এনে ধৰণে ভালেমান লোকপ্ৰিয় উৎসৱ চলে।

---

# মাঘৰে মাহতে শান্তি ধৰমৰে তিথি

পুহৰ পিচত মাঘ। বছৰৰ বাৰ মাহৰ মূৰত মাঘলৈ হয় এবাৰ আগমন। মাঘ পৰিলেই অসমৰ গাৱেঁ-ভূঁয়ে সৰবৰহী হৈ চলি অহা শান্তি বাৰমাহী গীতৰ একাঁকিলৈ মনত পৰে :——

"মাঘৰে মাহতে শান্তি ধৰমৰে তিথি।
চিলানকে গৈলা শান্তি ভগিনী সহিতি॥
আগ হাতে জল-ফুল, অগৰু-চন্দন।
জলতে নামিয়া শান্তি জুৰিলা ক্ৰন্দন॥"

মাঘ মাহ পুণ্য তিথিৰে ভৰপূৰ। মাঘ মাহত ৰাতিপুৱা স্নান কৰাটো শাস্ত্ৰীয় সদাচাৰৰ ভিতৰতে পৰে। আমাৰ বাৰমাহী গীতৰ শান্তি কন্যায়ো সেয়েহে ভনীয়েকৰ সৈতে "চিলান" (স্নান) কৰিবলৈ গ'ল। হাতত জল-ফুল অগৰু-চন্দন লৈ শান্তি কন্যাই সৰোবৰত নামিলগৈ। কিন্তু সাউদৰ কোঁৱৰৰ বিৰহত বিৰহিনী শান্তি কন্যাই 'চিলান' কৰিবলৈ নামি কান্দোন জুৰিলে।

পিচে আমাৰ অসমীয়া হিন্দু সমাজৰ কাৰণে মাঘ মাহ যে সঁচাকৈয়ে 'ধৰমৰে' মাহ আৰু ভালেমান 'ধমৰ'ৰ তিথিৰে ভৰপূৰ—সেইকথা পঞ্জিকা এখনৰ পাত লুটিয়ালেই ধৰা পৰে। মাঘ মাহত সৰস্বতীপূজা, ভীষ্ম একাদশী, বিয়া-সবাহ আদি ভালেমান শুভকৰ্ম আৰু অতিথিৰ লেখ পোৱা যায়।

ভৌগোলিক হিচাব মতে পুহৰ মাহতে দক্ষিণায়নৰ ওৰ পৰে; সেয়েহে মাঘ মাহ উত্তৰায়ণৰ আগ-চোতাল। মাঘৰ মাহতে খেতিয়কসকলৰ গণনা মতে খেতিৰ বছৰো আৰম্ভ হয়। আমি সাধাৰণ হিচাবমতে "বহাগৰপৰা হয় বছৰ গণনা" বুলি কওঁ যদিও খেতিয়ক-চহাসকলৰ ক্ষেত্ৰত মাঘৰ



পৰাহে হয় বছৰ গণনা। চাকৰ-নাকৰ, মাটি-বাৰী, ধান-মাহৰ হিচাব-নিকাচ হয় মাঘ মাহৰ পৰাহে। মাঘৰ নবীন সূৰ্য্যৰ নতুন কিৰণৰ তলত যে আমাৰ হোজা-খেতিয়কে নকৈ বছৰৰ গণনা কৰি আহিছে—ই সঁচাকৈয়ে তেওঁলোকৰ প্ৰকৃতিপৰায়ণ স্বভাৱৰে নিদৰ্শন।

মাঘ মাহৰ সূচনা কৰে মাঘ বিহু বা ভোগালি বিহুৱে। ভোগালি বিহু ঘাইকৈ এটি কৃষি-উৎসৱ। আমাৰ ৰঙালী, কঙালী আৰু ভোগালি তিনিওটা বিহুৱে কৃষি-কৰ্মৰ আদি, মধ্য আৰু অন্ত্যস্তৰৰ পৰিচয় দিয়ে। ভোগালি বিহুৱে বছৰৰ কৃষি কৰ্মৰ সামৰণকে সূচায়—বিশেষকৈ পথাৰৰ লখিমী ভঁৰালত চপোৱা হয়হি বুলিয়ে। এই ভোগালি বিহুৰ ভোগৰ সামগ্ৰীৰ লগতে সাঙোৰা আছে নানাবিধ শাস্ত্ৰীয় আৰু লৌকিক আচাৰ; যেনে মেজি, মঠ, ভেলাঘৰ বা হাৰলিঘৰ বন্ধা, লগভাত খোৱা, গীত-মাত আৰু নৃত্য-বাদ্য আদিৰ চৰ্চ্চা। এইবোৰ উছৱ আৰু আচাৰৰ কোনবোৰ শাস্ত্ৰীয় বা বৈদিক আৰু কোনবোৰ লৌকিক অৰ্থাৎ আৰ্য্যেতৰ সেই বিষয়ে সঠিককৈ কোৱা টান।

প্ৰথমে অগ্নিসেৱাৰ কথাই আলচ কৰোঁচোন—ঋক্‌বেদৰ প্ৰথম সূক্ত "অগ্নিমীড়ে পুৰোহিতং" অগ্নিৰ মহাত্ম্য প্ৰচাৰক যদিও, ভোগালী বিহুৰ অগ্নিপূজা যে বৈদিক অগ্নিপূজাৰ ক্ৰম পৰিবৰ্তন বা বিৱৰ্তন সেইটো নিশ্চয়কৈ কব নোৱাৰি। বৈদিক যুগৰ মহাব্ৰত যজ্ঞ শীত সংক্ৰান্তি অৰ্থাৎ পুহমাহৰ দোমাহীৰ দিনা সূৰ্য্য আগমনৰ বাধা-বিঘিনি নিৱাৰণৰ অৰ্থে অনুষ্ঠিত হৈছিল। ডাঃ কীথৰ বৰ্ণনামতে "মহাব্ৰত যজ্ঞত যুৱতীসকলে অগ্নিৰ চাৰিওফালে নাচিছিল—ইয়াৰ উদ্দেশ্য আছিল খেতিৰ কাৰণে বৰষুণ সঞ্চাৰ কৰা আৰু গৰু-ম'হৰ উন্নতি সাধন কৰা।" কিন্তু এই উৎসৱৰ লগত জড়িত অন্যান্য ঘটনাৰ আলচ কৰি স্বৰ্গীয় কালিৰাম মেধিয়ে ইয়াক প্ৰজনন কৃত্য বুলি অভিমত দিছে। হাৰলি (আৱলি) বা ভেলাঘৰ সাজি মাঘ বিহুৰ আগদিনা ডেকা ল'ৰাবোৰে আয়োজন কৰা লগভাত, গান-বাজনা আদিয়ে অতীতৰ উপলক্ষৰ ভ্ৰষ্ট নিদৰ্শনৰূপে আজি পৰ্য্যন্ত চলি আছে বুলি এই শাৰীৰ পণ্ডিতসকলৰ মত।

কিন্তু আমাৰ মাঘ বিহু যিদৰে পালন কৰা হয়, তাত অগ্নিপূজাই একমাত্ৰ ঘাই কাৰ্য্যসূচী নহয়, সান্দহ, লাৰু, পিঠা আদি ভোগৰ সামগ্ৰী, খেল-ধেমালি, খেদা-চিকাৰ আদিও সমানে আৱশ্যকীয় আৰু আকৰ্ষণীয় বিষয়। পুহৰ মাহ পৰিলেই গাঁৱৰ গৰখীয়া আৰু ডেকা ল'ৰাৰ উলহ-

মালহ লাগে। বিহুৰ পোহৰ-কুৰি দিন আগৰেপৰা গছিয়া পথাৰত শুনা যায়—হৰি বোল, হৰি বোল—সমস্বৰে নৰাকটাৰ কোলাহল। লখিমী চপাই নিয়াৰ পিচত লথা হৈ থকা ধানৰ ডালগছবোৰ কাটি নি ল'ৰা আৰু চেঙেলীয়াহঁতে দম সাজে। তাৰ উপৰিও ঘৰেপতি বাঁহ-কাঠ খুজি আনে। ঘৰৰ গিৰিহঁতে গৰখীয়া আৰু চেমনীয়া ল'ৰাবোৰক বাঁহ-কাঠ খুজিলেই দিয়ে—ধৰ্ম পুণ্যৰ আশা কৰিয়ে। কোনোবা কটকিনা গিৰিহঁতে বাঁহ-কাঠ দিয়াত অলপ ওচ-মোচ কৰিলে ল'ৰাহঁতে অৱশ্যে চুঙা চাই লোপাদি চুৰি-ডকা নিদিয়াকৈ নাথাকে। কিন্তু আজিকালি নগৰে-চহৰে প্ৰচলিত বিধৰ উৰুকা-বিভীষিকা গাঁৱত কোনো দিনে ঘটা নাই!

গাঁৱে-ভূঁয়ে কাঠতকৈও বাঁহ, নৰা, খেৰ আৰু কলছোচনিৰে ঘাইকৈ মেজি, মঠ আৰু ভেলাঘৰ সাজে। নৰা আৰু খেৰ আদিৰে দহ-বাৰ বা ততোধিক ডালবাঁহৰ টুকুৰা পুতি মেজি বন্ধা হয়; নামনি অসমৰ কিছুমান ঠাইত, ইয়াক পুজিও বোলে। মেজিৰ ভিতৰত থকা ছেৰ বাঁহবোৰ ১০। ১২ ফুট বা তাতকৈয়ো ওখ কৰি কটা হয়। এই বাঁহবোৰৰ যিমানেই পাৰ থাকে—সিমানেই হিলৈ। বিহুৰ দিনা পুৱা (দৰাচলতে উৰুকাৰ দিনা শেষ নিশাৰেপৰা) কোন গাওঁ বা চুবুৰীৰ পৰা হিলৈৰ শব্দ বেছি শুনা যায়—সেই বিষয়ে এখন অঘোষিত প্ৰতিযোগিতাই চলে। পুজি বা মেজিৰ উপৰিও তাতকৈয়ো ওখ কৰি দীঘল বাঁহেৰে মঠ সজা হয়। মন্দিৰৰ চূড়াৰ দৰেই ওপৰৰ পিনে সৰু কৰি কেৰাডালো বাঁহেৰে ভিতৰত জেং-নৰা, খেৰ দি আৰু ওপৰত কলৰ ছোচনিৰে চিয়াই মঠ বন্ধা হয়। মঠ আৰু মেজিৰ ভিতৰত পানীহিলৈ আৰু বেল আদি দিয়াৰ দস্তুৰ আছে। ইয়াৰ উপৰিও নৰা, কলছোচনি আদিৰে ভেলাঘৰ বা হাৱলিঘৰ (আৱলিও বোলে) সাজি উৰুকাৰ দিনা গৰখীয়া আৰু ডেকাহঁতে মাছ-মঙহেৰে লগ-ভাত বা দলভাত খোৱা নিয়ম অসমৰ ভালেমান ঠাইতে চলি আহিছে।

এইখিনিতে মেজি, মঠ আৰু ভেলাঘৰৰ কাৰণে ব্যৱহাৰ কৰা বাঁহৰ প্ৰাচুৰ্য্যৰ বিষয়ে এটি মন কৰিবলগীয়া যে তিব্বত-বৰ্মীলোকসকলেই বাঁহৰ ব্যৱহাৰ দৈনন্দিন জীৱনত বৰকৈ কৰিছিল। অষ্ট্ৰীক, দ্ৰাবিড়ী নাইবা আৰ্য্য সংস্কৃতিৰ লগত বাঁহৰ তেনে ঘনিষ্ঠ সম্বন্ধ নাই। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভাষাত—"বাঁহৰ গছৰ লগত তিব্বত-বৰ্মীৰ দৈনন্দিন জীৱনৰ বিশেষ সম্বন্ধ আছিল। সেই কাৰণেই কোনো কোনোৱে এওঁ-লোকৰ সভ্যতাক বাঁহ-সভ্যতা বলি ইতিকিং কৰে। বাঁহেৰে ঘৰ-দুৱাৰ



সাজে, বেৰা-চকোৰা দিয়ে; খৰাহি-পাচি সাজে, চিকাৰৰ সঁজুলি প্ৰস্তুত কৰে, আনকি বস্ত্ৰ সাচিবলৈ চুঙা কৰে, বাঁহৰ চুঙাত ভাত সিজাই খোৱা হয়। চুঙা-পিঠাও ভাতৰে নামান্তৰ। বাঁহৰপৰা হোৱা বাদ্য যন্ত্ৰৰ ভিতৰত বাঁহী আৰু কীচক বেণু লক্ষ্যণীয়। তিব্বত-বৰ্মীসকলৰ কোমল বাঁহ সুস্বাদু খাদ্য।" মুঠ কথা মাঘ বিহুত প্ৰচুৰ বাঁহৰ ব্যৱহাৰে আৰু ভোগালি পিঠা-পনাৰ অন্যতম চুঙাপিঠাই আমাৰ এই লোক-উৎসৱত তিব্বত-বৰ্মী প্ৰভাৱৰ কিছু সংকেত দিয়ে। ইয়াৰ উপৰিও তিব্বত-বৰ্মী (বড়ো-সকল এটি ঘাই ঠাল) সকলৰ মৰং বা ডেকাচাঙৰ লগত মাঘ বিহুৰ হাৱলি বা ভেলাঘৰৰ কিছু সাদৃশ্য আছে। হাৱলি বা ভেলাঘৰত উৰুকাৰ নিশা হোৱা ভোজ-ভাত, গীত-বাদ্য আৰু নৈশজাগৰণে তিব্বত-বৰ্মী সমাজৰ ডেকাচাঙৰ ডেকাহঁতৰ শাৰীৰিক চৰ্চা আৰু সামাজিক উছৱৰ ক্ষীণ সোৱ-ৰণি জগাই তোলে বুলি এশাৰী পণ্ডিতৰ মত। বিহু উৎসৱত কিমানখিনি আৰ্য্য আৰু কিমানখিনি আৰ্য্যেতৰ প্ৰভাৱ পৰিছে—সি বাস্তৱতে গৱেষণাৰ বিষয় হৈয়ে আছে। অসমত চাৰে তিনি বছৰ বঞ্চি যোৱা ইংৰাজ লিখক আৰ, চি, মূৰহেড টমছনে তেওঁৰ "অসম-ভেলী" নামৰ কিতাপত মাঘ-বিহুৰ বৈশিষ্ট্য মেজি পোৰা আৰু স্নান বুলি কৈছে যদিও আমি সেই মন্তব্য বিনা সংশোধনীৰে গ্ৰহণ কৰিব নোৱাৰোঁ। তেওঁ নামবৰ হাবিৰ গৰম-পানীত বিভিন্ন অঞ্চলৰ ৰাইজে কৰা স্নানকে মাঘবিহুৰ আনুষ্ঠানিক স্নান বুলিছে। কিন্তু অসমীয়া ৰাইজে মাঘবিহুতে নহয় বহাগ বিহু আৰু অন্যান্য তিথি-পৰবতো খাৰ-খলিহৈ, হালধি-সৰ্বৌষধিৰে স্নান কৰে। অৱশ্যে মাঘ মাহত পূৰ্বাপৰ চলি অহা প্ৰাতঃস্নানক লক্ষ্য কৰিয়ে যদি ডক্টৰ টমছনে পৰিশোধিত মন্তব্য দিলেহেঁতেন, তেনেহলে আমাৰ আপত্তি কৰিবৰ থল নাছিল।

মাঘবিহুৰ ভোগালি সম্ভাৰৰ ব্যাপকতাও মন কৰিবলগীয়া। সান্দহ-চিৰা, মাহকৰাই, বা গুড়িকৰাই নানাবিধ পিঠা-পনা; যেনে—তিলদিয়া, খোলাচপৰীয়া, ঘিলা, চুঙাপিঠা, ফেণীপিঠা, পাঁজিপিঠা আদি আমাৰ পুৰণিকলীয়া ভোগৰ সামগ্ৰী। ইয়াৰ উপৰিও বাৰীত শাক-পাচলি, বেঙেনা, উৰহী, মূলা, কবি আদিৰো প্ৰাচুৰ্য্য। ভঁৰালত লখিমী যতনাই ৰখা হৈছে। কম পক্ষেও তিনি মাহলৈ চিন্তা নাই। মাটিমাহৰ বতৰ শেষ হ'ল। কুঁহিয়াৰ পেৰাও হৈছে। সৰিয়হ আৰু মাটিকলাইলৈ কেইমাহমান বাকী। বাৰী-ঘৰৰ চৌপাশে বেৰ কেইখন দি লব পাৰিলে

—৬

আন কাম আৰু বিশেষ নায়েই। মিতিৰ-কুটুম খাই ফুৰা, বিয়া-সবাহৰ আয়োজন কৰা আৰু খেলা-ধূলাত মজি থকাৰ সময় পৰিলহি। সেয়েহে পাঠশালাৰপৰা আহোঁতে কণ কণ ভাইটি-ভনীটিহঁতে চিঞৰি আহে—

"পুহত চপায় ধান, থয় ভিনে ভিন।
মাঘত মুকলি মন পিঠা খোৱা দিন॥"

পুহত সাধাৰণতে খেতিয়কৰ ধান চপোৱা শেষ হয়। লখিমী চপোৱা শেষ হবৰ দিনা নামনি অসমৰ কিছুমান গাঁৱত চুঙা-পিঠা খোৱা নিয়ম আছে। দিনত গৰখীয়া আৰু গাঁৱৰ আন মানুহ গোটাই লগে-ভাগে ধান কাটিবলৈ যায়: ইয়াকে মুনিহদিয়া বা সাঙুৰি দিয়াও বোলে। আবেলি শঙ্খ-বৰকাঁহ আৰু ঢোল-তাল বজাই হৰিধ্বনিৰে লখিমী চপোৱা শেষ কৰে। ধাননি পথাৰৰ এমূৰত তিনি বা পাঁচ গোছ ধানেৰে ভঁৰাল বন্ধা নিয়মো আছে। ৰাতিলৈকে ওচৰ-চুবুৰীয়া আৰু মুনিহ দিয়া দাৱনি-হঁতক মাতে; চোতালৰ আগত বাঁহৰ চুঙাত পিঠাগুৰি ভৰাই চুঙাপিঠা পোৰে আৰু সবেও একেলগে বহি কুঁহিয়াৰ পেৰি পোৱা জুলীয়া মিঠৈৰে চুঙাপিঠা খায়। মাঘবিহুৰ দিনা এই পিঠা-পনা, চিৰাদৈ আৰু মাহকৰাই বা গুড়িকৰাই ল'ৰা-ছোৱালী আৰু ডেকাহঁতৰ কাৰণে এবিধ প্ৰিয় খাদ্য। মাহকৰাইৰ লগত এফাঁকি লোকগীত জড়িত হৈ আহিছে—

বাটে বাটে যাওঁ,
মাহ কৰাই খাওঁ।
আমাৰ লগত যোন আহে
তাকো এগাল দিওঁ॥

এই গীতফাঁকিয়ে ভোগালি বিহুৰ সামগ্ৰী মিলি-জুলি ভগাই-বটাই খোৱা কথাৰে নিদৰ্শন দাঙি ধৰিছে।

মাঘবিহুৰ খেল-ধেমালিৰ ভিতৰত কণীযুঁজ বিশেষকৈ উল্লেখযোগ্য। বিহুৰ দহ-পোন্ধৰ দিন আগৰেপৰা হাট-বজাৰ আৰু দোকানে-পোহাৰে হাঁহৰ কণীৰে খেল পতা হয়। ইজনে সিজনৰ কণীৰ লগত যুঁজ চলায়, যিজনৰ কণী ভাঙে সি হাৰে আৰু কণীটো বিজয়ীজনক দিবলগীয়া



হয়। কণী যুঁজ মেজিৰ কাষত বৰ বেছিকৈ চলে। হাঁহ কণীৰ নামত চিলনী, মুৰগী আদিৰ কণীৰে খেল পতা আৰু ধৰা পৰিলে হৈ-চৈ লগা বা শান্তি বিহা ঘটনাও মাজে সময়ে ঘটে। কণীযুঁজ এটি প্ৰজনন কৃত্য। বিয়া-বাৰু আৰু নানাবিধ মাঙ্গলিক কাৰ্য্যত কণী ব্যৱহাৰ কৰাৰ নিয়ম আছে। বিশেষকৈ অষ্ট্ৰিকসকলৰ মাজতে মঙ্গল আৰু প্ৰজনন কৃত্যত কণী ব্যৱহৃত হৈছিল বুলি জনা যায়। মাঘবিহুৰ আৰ্য্যেতৰ প্ৰভাৱ বিশ্লেষণ কৰোঁতে কণীযুঁজ আৰু অষ্ট্ৰিক সংস্কৃতিৰো বিচাৰ কৰিব লাগিব।

কণীযুঁজৰ বাহিৰেও ম'হ যুঁজ, চিকাৰ, হাউখেলা, ধোপ, গেৰোল আৰু বটা-গণ্ডা আদি খেল-ধেমালি এই বিহুত গাৱেঁ-ভূঁয়ে প্ৰচলিত হৈ আহিছে। আহোম ৰজাৰ দিনত শেনমেলা, হাতীযুঁজ, ম'হযুঁজ আদি ৰজাঘৰীয়া খেল-ধেমালি আছিল। ৰাজবিষয়া, প্ৰজা, ল'ৰা-বুঢ়া আৰু ডেকা-গাভৰু সকলোৱে এই ৰং-ধেমালি উপভোগ কৰিছিল। কৃতী খেলুৱৈসকলক বঁটা-বাহন দিয়াৰ দস্তুৰ আছিল। পুহ-মাঘ মাহত শেনৰ পৰীক্ষা চোৱা হৈছিল; তাকে বাউলি দিয়া বুলিছিল। আজিকালি শেনমেলা আৰু হাতীযুঁজ নোহোৱা হ'ল। ম'হযুঁজ চাৰি-পাচখন গাঁৱৰ মাজত সমূহীয়াকৈ পতা হয়। বিহুৰ দিনা আগবেলাতে যাঠি-জোং লৈ জাৰণি আৰু বননিত শহাপহু খেদি চিকাৰ কৰা নিয়ম আছে। পুৰণি অসম বীৰ-বীৰাঙ্গণাৰ দেশ আছিল; সেইসকলৰে আচাৰ-ব্যৱহাৰ আজিকোপতি ভ্ৰষ্ট নিদৰ্শনৰূপে ভিন ভিন অৱস্থাত দেখা যায়। বৰ্তমানে ফুটবল্ল, ক্ৰিকেট আদি পশ্চিমীয়া খেলা-ধূলাৰ প্ৰকোপ চৰিছে যদিও ভিতৰুৱা গাঁৱ-ভূঁইত এতিয়াও ধৰা-হাউ, খেদা-হাউ, ধোপ, টাংগুটি আদি লোকপ্ৰিয় খেল চলি আছে। বহাগ বিহুত কড়ি খেল সচৰাচৰ খেলা হয়।

মাঘবিহুৰ দিনা দোকমোকালিতে গিৰিহঁতৰ কোনো এজন বয়সিয়াল লোকে বাৰীৰ লাগন গছ-বিৰিখত মাঘ বন্ধা নিয়ম আছে। এডাল টোকান বা মাৰিৰে "লাগ লাগ"কৈ গছবোৰত কোবাই ফুৰে। এনে কৰিলে লাগনীয়া গছবোৰে বেছিকৈ ফল দিয়ে বুলি বিশ্বাস; ফল দিবৰ সময় হোৱা গছবোৰেও সোনকালে ফল দিয়ে বুলি সৰ্বসাধাৰণৰ ধাৰণা। মূলতঃ ইয়ো যে এবিধ প্ৰজনন লোকাচাৰ—সেইকথা আমি মানি লবই লাগিব।

মাঘবিহুৰ আৰু ভালেমান লোকাচাৰ আৰু ৰীতি আমাৰ গাঁৱলীয়া সমাজত পূৰ্বাপৰপৰা চলি আহিছে। অসমীয়া সামাজিক আৰু সাংস্কৃতিক

বুৰঞ্জী অধ্যয়ন কৰিবলৈ গ'লে এই লোকাচাৰ আৰু ৰীতি-নীতিবোৰ আমি জানিব লাগিব। আমাৰ সংস্কৃতি এটি মিশ্ৰ সংস্কৃতি। অনৈক্যৰ মাজত ঐক্য বিৰাজ কৰাৰ দৰে যুগ যুগ ধৰি আমাৰ সমাজে ম্লেচ্ছ, কিৰাত, অসুৰ, দানৱ, অষ্ট্ৰিক, দ্ৰাবিড়, তিব্বত-বৰ্ম্মী, আৰ্য্য আদি বিভিন্ন লোক প্ৰবাহৰ ঘাত-প্ৰতিঘাত সহ্য কৰি এখন অপূৰ্ব মিলন তীৰ্থ সৃজন কৰিছে। "মাঘে পইতা বাঘৰ বল" বুলি এষাৰ প্ৰবচন আছে। কথাষাৰৰ সত্যা-সত্য থাকক বা নাথাকক, এতিয়াও মাঘবিহুৰ পিচত পইতা ভাত খোৱাটো এটি অপৰিহাৰ্য্য দস্তুৰৰূপে আমাৰ গাঁৱলীয়া সমাজত চলি আছে। সেই-দৰেই মেজিঘৰ বা হাৰলিঘৰৰ আধা পোৰা খৰি শাক-পাচলিৰ মাজত পুতি দিয়া এটি নিয়ম আছে; ইয়াৰ উদ্দেশ্য হ'ল শাক-পাচলিত যাতে মানুহৰ মুখ নালাগে। গাঁৱত নজৰ লগা বা মুখলগা বুলি এটি সাধাৰণ বিশ্বাস চলি আহিছে। ইয়াৰ প্ৰতিবিধান স্বৰূপে শাক-পাচলি বা শহ-মাহৰ খেতিৰ মাজত আধাপোৰা বাঁহ বা কাঠ লোকে দেখাকৈ পুতি দিয়া হয়।

মাঘ মাহক লৈ নানাবিধ যোজোনা-পটন্তৰ চলি আহিছে। "মাঘৰ জাৰলৈ বাঘৰো ভয়" বুলি আমাৰ মানুহে কয়। বুঢ়া-বুঢ়ীবোৰে কয় বোলে মাঘ মাহটো জী থাকিলে আৰু এবছৰলৈ নিৰ্ভয়। মাঘৰ জাৰ পলাবলৈ আমাৰ অসমত এড়িৰ কাপোৰ আছে। কথাতে কয় বোলে, "এড়িয়াৰ ফানি দৈৰ পানী।" মাঘৰ জাৰলৈ আমাৰ মানুহে ভয় নকৰে। মাঘমাহত তীৰ্থযাত্ৰা আৰু শুভ কাৰ্য্যৰ কাৰণে আমাৰ মানুহে আগৰেপৰা দিনবাৰ লেখি থাকে। কিছুমান গাঁৱত মাঘ মাহত ৰাজহুৱাকৈ সভা দিয়া নিয়মো আছে। ঢুলীয়া, খুলীয়া, ওজাপালি আৰু যাত্ৰা-ভাওনাৰে এই সভাবোৰ উপভোগৰ উপলক্ষ হৈ পৰে। আমাৰ পুৰণি সম্পদ আৰু ঐতিহ্য বুকত বান্ধি বছৰত এবাৰ মাঘ মাহ আহে। তাৰ লগে লগে আহে ভোগৰ বিবিধ সম্ভাৰ আৰু আনন্দৰ ৰোল। পথাৰৰ লখি-মীয়ে ভঁৰালত হাঁহে; ঘৰৰ লখিমীহঁতে কিৰিলি পাৰে : অদূৰত বসন্তৰ বা-ছাটিয়ে সেই সুৰৰ প্ৰতিধ্বনি তোলে।

নতুন লখিমীৰ প্ৰতীক্ষাত আমাৰ খেতিয়কে গোহালীৰ বেৰত আৰি থোৱা ৰাপতিসাহোন নাঙল-যুঁৱলীবোৰৰ পিনে চাই গুণগুণাই কয়—

"যদি বৰষে মাঘৰ শেষ
ধন্য ৰাজা ধন্য দেশ।"

# মাঘৰপৰা বহাগলৈ : মুকলি বতৰে মাতে

পুহৰ উহু-হু জাৰৰ কোব নকৈ কবৰ সকাম নাই। গছ-লতা, ফুল-পাতে পুহকাইৰ কঠুৱা মাত ভাল নাপায়। প্ৰকৃতিৰ বুকুৰ সকলো সামগ্ৰী যেন মুজুৰা পৰিহে থাকে। মানুহৰ মনো অনুৰূপ। বাহিৰৰ সেমেকা, শীতল বা-বতাহে মনৰ মাজতো সেৰেঙা সোঁত বোৱাই দিয়ে। কিন্তু পুহৰ প্ৰকোপ যাউতিযুগীয়া নহয়। ইংৰাজ কবিয়ে কোৱাৰ দৰে "শীত আহিলে, বসন্ত জানো বেছি পিছ পৰি থাকিব পাৰে।" এই সত্য-বাণীয়ে পুহৰ কানি-কাঁথাৰ মাজতো মাঘৰ উম লগাই দিয়ে। মাঘ আহিলে পুহৰ বল-বিক্ৰম লেৰেলি শৰাইঘাটৰ মোগলবাহিনী যেন হৈ পৰে। মাঘ, ফাগুন, চ'ত আৰু বহাগৰো আগভাগ আমাৰ কাৰণে, পূব ভাৰতবাসী লোকসকলৰ কাৰণে মুকলি বতৰ। ভৈয়ামৰ বৰডেকা বড়োকছাৰী সকলে 'উদাং বতৰ' বুলি এই কালছোৱাৰ নাম ৰাখিছে।* পুহ-মাঘৰ দোমাহীৰ দিনা অসমীয়া সমাজত মাঘবিহু বা ভোগালি বিহু পাতে। গৰখীয়াসকলৰ উলহ-মালহ, ভোজ-ভাত, লাৰু-পিঠা মেজি (পুঁজি), ভেলাঘৰ-মঠ, কণীযুঁজৰ সমাৰোহ, অগ্নি-বন্দনা আৰু পূজাৰ আয়োজন, গৰখীয়া বাবৰপৰা সাময়িক আজৰি আৰু গৰু-ম'হক উদং দি মেলি দিয়া এইবোৰ ভোগালি বিহুৰ কৃত্য, লোকাচাৰ। অসমৰ বড়ো-কছাৰীসকলে এই অনুষ্ঠান 'দমাছি' বুলি কয়। 'দমাছি' অনুষ্ঠানৰ গৰখীয়া মেল, দলভাত বা লগভাত, মেজি, ভেলাঘৰ (বেলাগুৰ), খোৱা-বোৱা, পিঠা-পনা আদি বিষয় অসমীয়া ভোগালি বিহুৰ লগত বেছি পৰিমাণে মিলে। বড়ো-কছাৰীসকলে গৰখীয়া (লাওখাৰ)সকলক মান সৎকাৰ কৰে। গৰখীয়া-সকলে "জয় জয় জয় আমাৰ গাঁৱৰ জয়" দি লগ লগৰীয়াৰ মঙ্গল কামনা কৰে আৰু যিসকল মানুহে গৰু-ম'হে ধান নাখাওঁতে খোৱা বুলি গৰখীয়া সকলক মিছা অভিযোগ কৰিছিল, তেওঁলোকৰ অনিষ্ট হবলৈ অগ্নিক

* উদাং বাথাৰ > উদং বথৰ > উদং বতৰ।

সাক্ষী কৰি অভিশাপ দিয়ে। (এই বিষয়ে সংস্কৃতি অনুৰাগী ৰাজর্ষি-তুল্য ৰূপনাথ ব্ৰহ্মই অসম সাহিত্য সভা পত্ৰিকাৰ ত্ৰয়োদশ বছৰ, তৃতীয় সংখ্যাত আলোচনা কৰিছে।) মুকলি বতৰে মানৱ মনতো উদং উদং ভাৱ যোগায়। উদভীয়া গৰু-ম'হবোৰৰ গাত মুকলি বতাহ বাৰুকৈয়ে লাগে। মানুহ জ্ঞানী জন্তু; সেয়েহে মানুহে এই উদং উদং মুকলি আৰু বনৰীয়া সুৰটোক সংযমৰ বান্ধোনেৰে বান্ধিবলৈ দিয়ে। বড়ো কছাৰী, মিৰি, গাৰো, মিকিৰ, নগা, খাছিয়া, লুচাই আদি জনজাতীয় ভাষা-ভাষী ৰাইজে এই মুকলি বতৰত কি কি উৎসৱৰ সমাৰোহ পাতে, তাকেই চমুকৈ আগবঢ়োৱা হ'ল।

## মুকলি বতৰ আৰু মাঙ্গলিক অনুষ্ঠান

মাঘ মাহৰপৰা বহাগ মাহলৈকে এই মুকলি বতৰছোৱা অসমীয়া গণ্য ৰাইজে উৎসৱ, মিতিৰ ৰক্ষা, মিতিৰ পতা আৰু মাঙ্গলিক অনুষ্ঠানৰ কাৰণে প্ৰশস্ত বুলি ভাবে। এফালে মাঘবিহু বা ভোগালি বিহু, আন ফালে বহাগ বিহু বা ৰঙালি বিহু আৰু ভথেলি; ইয়াৰ মাজতে সভা, দেউল (ফাকুৱা), স'ৰি (সুৱৰি) আদি বুলি জনাজাত ভালেমান লোক উৎসৱ অসমৰ নামনি অঞ্চলত পতা হয়। ইয়াৰ উপৰিও বিয়া-উৎসৱ সকলো ৰাইজৰে উমৈহতীয়া সম্পত্তি। কৃষি-কৰ্মৰ সামৰণি পৰাৰ লগে লগে ভঁৰালৰ ধান, খোৰাঁ চাং বা আতালৰ মিঠৈ, চাঙৰ মাহ-সৰিয়হ খৰচ কৰি ন-ছোৱালী ঘৰলৈ অনা নাইবা ন-জোৱাঁই আদৰা—আমাৰ পৰণিকলীয়া নিয়ম। তদুপৰি এই কালছোৱাত ঘৰ-দুৱাৰ মেৰামতি কৰা, নকৈ ঘৰসজা, ঘৰ লোৱা আদি কামো প্ৰায়ে সম্পন্ন হয়। বিদ্যাৰ অধিষ্ঠাত্ৰী সৰস্বতীৰ পূজা, পুণ্য তীৰ্থ আৰু পবিত্ৰ নদীত স্নান-দান, শান্তি-স্বস্ত্যয়ন আদি আৰ্য্য হিন্দুসকলৰ—মাঘমহীয়া কৃত্যবোৰৰ ধৰ্ম শাস্ত্ৰ-অনুকূল বিধি আছে।

পুহৰ শেষ ভাগত গৰখীয়াসকলে সন্ধিয়া জুম বান্ধি নৰা কাটে। বাৰীৰপৰা কলগছৰ শুকান চোঁচনী আঁজুৰি আনে। হিলৈ মাৰিব পৰা পাবাল বাঁহ খুজি মাগি আনে। বাঁহৰ আগলি, জেং-বন গোটায়। কাঠ-গছ গোটোৱা হয়। গাঁৱৰ গৰখীয়া আৰু ডেকা-ল'ৰাহঁতে পৰা-পক্ষত খুজি-মাগি পুঁজি (মেজি), ভেলাঘৰ (হাৱলি), মঠৰ কাৰণে নৰা,



খেৰ, বাঁহ-বন, কাঠ সংগ্ৰহ কৰে। নগৰীয়াসকলে চোৰ-আঁৰ কৰিও এনেবোৰ গোটোৱা দেখা যায়। তদুপৰি গৰখীয়াসকলে মুকলি পথাৰত ভেলাঘৰত ভোজ-ভাত খাবলৈ আলু-বেঙেনা, মূলা-কবি, মাছ-পুঠী, পঠা-খাহী, চাউল-দাইল যোগাৰ কৰে। সজ উপায়ে নাপালে আওপকীয়া বাট লোৱা দেখা যায়। চহৰে-নগৰে মাঘ বিহুৰ অগ্নিপূজাৰ নামত বিভীষিকাৰ সৃষ্টি হৈছে; গাঁৱে-ভূঁয়ে এনে বিভীষিকা নাই বুলিবই পাৰি।

মাঘবিহুৰ আঁৰে-আঁৰে থকা কিছুমান লোকাচাৰ, নীতি-নিয়ম মন কৰিব-লগীয়া। পুহৰ হাৰ কঁপোৱা জাৰকো আওকাণ কৰি ভোগালি বিহুৰ দিনা পুৱতি নিশাতে গৰখীয়া আৰু ডেকা ল'ৰাহঁতে গা ধোৱে। কিছুমানে ওৰেটি মাঘৰ মাহতে পুৱাই পুৱাই গা ধোৱে। শান্তি বাৰমাহী গীতত ইয়াৰ প্ৰতিধ্বনি শুনা যায়—

"মাঘৰ মাহতে শান্তি ধৰমৰে তিথি।
চিলানকে গৈলা শান্তি ভগিনী সহিতি॥"

ভোগালি বিহুৰ দিনা দোকমোকালিতে, ঘৰ আন্ধাৰ, বাজ পোহৰ অৱস্থাত গিৰিহঁতে শোৱা পাটীৰ থৰা উঠি কাকো মাত-বোল নিদিয়াকৈ হাতত এডাল লাঠী লৈ লাগনীয়া গছবোৰত কোবাই কোবাই "লাগ, লাগ" বুলি ফল ধৰিবলৈ কৈ যায়। ফল লাগিবৰ সময় হোৱা গছে সোন-কালে আৰু লাগনীয়া গছে অধিক সংখ্যক ফল দিবৰ কাৰণে এই কাম কৰা হয় বুলি লোক-বিশ্বাস চলি আহিছে।

মেজি (পুঁজি), ভেলাঘৰ আদি পুৰিবৰ সময়ত হৰ্ষধ্বনি, জয়ধ্বনি দিয়া হয়। এই অগ্নিক প্ৰণাম কৰি ওচৰত নাম-প্ৰসঙ্গ পাতে। জুইৰ কাষত কণীযুঁজ, নামনি অসমৰ কিছু ঠাইত খেলে। বিহুৰ দিনা ম'হ-যুঁজ, হাওখেল, ধোপখেল আদি দেশীয় খেল-ধেমালিৰ অনুষ্ঠানো ভিন ভিন ঠাইত পতা হয়। মেজি, ভেলাঘৰৰ আধতীয়া (আধাপোৰা) বাঁহ, কাঠ নি বেঙেনা, জলকীয়া আদি কুহ-শহৰ মাজত মানুহৰ নজৰ (কুদৃষ্টি) ভাঙিবলৈ পুতি দিয়ে। গৰু ম'হক তেল-হালধি ঘঁহি উদং খাবলৈ ৰাতি-পুৱা এৰি দিয়া হয়। মাঘ মাহত মূলা খাব নাপায়; কিন্তু "মাঘে-পত্তা, বাঘৰ বল।" ভোগালি বিহুৰ পিঠা-পনা, মাহকৰাই, লাৰু-সান্দহ আদিৰ বৰ্ণনা দিয়া অনাৱশ্যক। মিতিৰ-কুটুমৰ ঘৰত অহা-যোৱা শহুৰ-শাহুক

সেৱা-সৎকাৰ কৰাও অসমীয়া গঞা সমাজৰ তিথি-পৰ্ব্বৰ বিশেষত্ব। বাৰ মাহত তেৰটা পৰ্ব্ব পাতিবলৈ ভাল পোৱা অসমীয়া ৰাইজে মুকলি বতৰ মনে-প্ৰাণে উপভোগ কৰে। ভোগালি বিহুৰ পটভূমিত ভৈয়ামৰ বড়ো-কছাৰী জাতিৰ সংস্কৃতি 'দোমাছি'ৰ বিষয়ে ৰূপনাথ ব্ৰহ্মই দিয়া অভিমত এফাঁকি মন কৰিবলগীয়া : মেজি বা বিলাগুৰ পুৰি মঙ্গল কামনা কৰাৰ পাচদিনাৰপৰাই এওঁলোকৰ 'উদাং বথৰ' আৰু 'সানুৱা গীলাও' বা দীঘল দিন আৰম্ভ হয়। 'উদাং' মানে বড়ো ভাষাত মুক্ত বা খোলা। গৰু এৰি দিয়া হয়; গৰখীয়াবিলাকেও দিনত আৰু গৰু ৰাখিব নালাগে। আমাৰ ভোগালি বিহুৰ কৃত্য আৰু লোকাচাৰত কিমানখিনি আৰ্য্য, কিৰাতৰ বৰঙনি, সেই বিষয়ে এতিয়াও নিৰ্ণয়, হোৱা নাই।

মাঘ মাহত নামনি অসমত প্ৰায়বোৰ ডাঙৰ গাঁৱতে সভা দিয়ে। বেচিভাগেই ৰাজহুৱা ধন তুলি দিয়া সভা। দুই এঘৰ প্ৰখ্যাত, পুৰণি লোকেও শ্ৰাদ্ধ, তিথি-পৰ্বত সভা দিয়ে। ৰাজহুৱা সভাত দিনৰ ভাগত নাম-কীৰ্ত্তন নাইবা যজ্ঞ, শান্তি-স্বস্ত্যয়ন হয়। ৰাতি ভাওনা, যাত্ৰাভিনয়, ঢুলীয়া, বায়ন, ওজাপালি, পুতলা-নাচ আদি দেখুৱা হয়।

## ফাকুৱা বা হোলি

ফাগুন-চ'ত মাহত হোৱা ফাকুৱা বা হোলি উৎসৱতো ধৰ্মৰ ৰহণতকৈ লৌকিক আকৰ্ষণ বেচি। কোনো কোনো ঠাইত তিনিদিনীয়াকৈ, কিছুমান ঠাইত পাঁচদিনীয়াকৈ ফাকুৱা উৎসৱ হয়। অসমৰ প্ৰায়বোৰ সত্ৰ আৰু বৈষ্ণৱ সচঙ্গবোৰতো শ্ৰীকৃষ্ণ জড়িত এই ফাকুৱা বা দোলযাত্ৰা পালন কৰা হয়। বৰপেটাৰ 'দেউল' অসমত জাকতজিলিকা উৎসৱ।

কামৰূপৰ খাতাবাৰী, কমাৰকুছি আদিতো বিপুল উৎসাহ-উদ্দীপনাৰে, লৌকিক জাক-জমকেৰে দেউল (ফাকুৱা) পাতে। দিনত দোকান-পোহাৰ বয়-বস্তুৰ বেচা-কিনা, নিশা ঢুলীয়া-খুলীয়া, ওজাপালি, যাত্ৰাভিনয় অনুষ্ঠিত হয়।

## চ'তে চ'তে গৈ বহাগ পালে

উজনি অসমত চ'তে চ'তে গৈ বহাগ পালে গীত, বাদ্য, নৃত্যৰ মধুৰ সমন্বয়ত ৰঙালি বিহুগীত, হুচৰি গোৱা হয়। নামনি অসমত এই



গীত-বাদ্য-নৃত্যৰ প্ৰচলন নাই; সেইবোৰৰ ঠাই অধিকাৰ কৰিছে বহাগী লোক-উৎসৱ ভঠেলিয়ে।

ভঠেলি উৎসৱক দিনেকীয়া বা এদিনীয়া গঞা মেলা বুলিব পাৰি। বহাগ মাহত নামনিৰ ডাঙৰ ডাঙৰ গাঁৱত এই ভঠেলি ৰাজহুৱাকৈ পতা হয়। সংস্কৃত নভস্থলিকা বা ভস্থলিকা শব্দৰ পৰাই অসমীয়া ভঠেলি শব্দৰ উৎপত্তি হলেও আৰু বৈদিক 'শক্ৰোধ্বজ' অনুষ্ঠানেই ইয়াৰ সম্ভাৱিত মূল বুলি ভাবিলেও বৰ্তমান অসমত বাঁহৰ 'পাৰ' সাজি যিদৰে নৰ-নাৰীৰ সমাবেশত দোকানে-পোহাৰে, ঢোলে-ডগৰে ভঠেলি পতা হয়, তাৰ পৰা ইয়াত লৌকিক আকৰ্ষণহে চোকা বুলি বিশ্বাস হয়।

মাঘৰ শেষত বৰষুণ হোৱাটো কৃষি জীৱনৰ কাৰণে শুভ লক্ষণ। "যদি বৰষে মাঘৰ শেষ। ধন্য ৰজা, ধন্য দেশ।" ফাগুনত তেল খাব লাগে, চ'ত মাহত বেল খোৱা উচিত। বহাগৰ লাৰু-পিঠাৰ কথা নকলেও হ'ব।

পুহৰ শেষ হলেই মাঘে কুৰুলিয়াই মাতে। তৰা-বছা সপোন ৰচিব পৰা বসন্তই চুচুক-চামাককৈ দূৰণিৰ বাৰ-জলঙাইদি ভুমুকিয়ায়। মলয়ৰ, সোণপাহিহঁতে মিচিক-মাচাককৈ হাঁহে। ডেকা-গাভৰুৰ মাজত ৰং-ৰগৰৰ মেল আৰম্ভ হয়। আমৰ মল, কুলিৰ মাত, ফাকুৰ মদাৰৰঙা ৰং মুকলি বতৰৰ বৰঙণি। মুকলি বতৰে নৰ-নাৰীক মুকলি পথাৰলৈ ৰিঙিয়াই মাতে। পুহৰ শেষতেই যি ৰং-ৰগৰৰ সূচনা হয়, বহাগৰ ৰঙালি বিহু আৰু ভঠেলিয়ে তাৰ পূৰ্ণ ৰূপ আঁকি দিয়ে। প্ৰকৃতিৰ প্ৰাণ ভৰা বিপুল সমাৰোহে মৰমী মনত 'আনালি' লগাই, দিয়ে প্ৰকাশৰ, উপভোগৰ আশা-আকাংক্ষা জগাই তোলে। মানৱ মনে প্ৰকৃতিৰ লগত সমানে খোজ দিব নোৱাৰিলে এই বিপুল সমাৰোহ, সম্পদৰ যে 'আবাজানি' (অপচয়) হব। মুকলি (উদং) বতৰত সেয়েহে উন্মুক্ত হবৰ কাৰণে যুগে যুগে চলি অহা মানুহৰ আদিম হেঁপাহ।

---

# চৈতৰে মাহতে শান্তি পকে সৰে বেল

ভাৰতীয় আৰ্য্যহিন্দু বছৰ গণনা অনুসৰি চ'ত বা চৈত্ৰ মাহটি বছৰৰ শেষ মাহ। এই মাহটিত বাসন্তীপূজা, অন্নপূৰ্ণা দেৱীৰ আৰাধনা, অশোকাষ্টমী, মদন ত্ৰয়োদশী আৰু মদনোৎসৱ, চড়কপূজা আদি নানা বিধ আচাৰ-অনুষ্ঠান, স্নান-দান, মেলা-উৎসৱৰ আয়োজন কৰা হয়। শান্তি বাৰমাহী গীতত এই চ'ত মাহৰ ৰূপ-বৰ্ণনা এনেদৰে দিয়া হৈছে—

চৈতৰে মাহতে শান্তি পকে সৰে বেল।
সেই বেল লৈয়া সাউদ বণিজকে গেল ॥
বণিজকে গৈয়া সাউদে কিবা পালা নিধি।
ডাক-ডালিম পকি আছে খাইতে নেদে বিধি ॥

পুৰণি কালত অসমত সদাগৰী নাও বা সাউদৰ ডিঙাৰে দূৰ-দূৰণিত বেপাৰ-বণিজ কৰাৰ নিয়ম আছিল। বহুত সময়ত একোজন সাউদে কেবা বছৰৰ কাৰণে বণিজ কৰিবলৈ গৈছিল। চান্দো সদাগৰৰ আখ্যানত চৈধ্যখন ডিঙা লৈ লগুৱা-লিগিৰিচোৰ সৈতে বহু বছৰৰ বাবে বণিজ কৰিবলৈ যোৱাৰ বৰ্ণনা পোৱা যায়। শান্তি বাৰমাহী গীতৰ সাউদেও নিজ দেশৰ বেল লৈ বণিজ কৰিবলৈ যোৱাৰ বৰ্ণনা আছে আৰু এইজনা সাউদে বিদেশত বণিজ কৰিবলৈ গৈ বিধিৰ বিপাকত পৰিছে বুলি বিৰহিণী শান্তিকন্যাই দুখ কৰিছে। চৈত মাহতে খৰালিৰ শেষ আৰু বাৰিষাৰ আৰম্ভণি; চ'তৰ বাৰখৰ বুলিলে সকলোৱে প্ৰখৰ ৰ'দৰ কাল বুলি বুজে; ইয়াৰ পিচত অসমৰ জন-মানসৰ জীয়াৰী বৰদৈচিলাই (বড়ো ভাষা মতে বাৰ্দৈচিখ্‌লা) বতাহ-বৰষুণ-ধুমুহা লৈ বিহু খাবলৈ মাকৰ ঘৰলৈ আহে। ইয়াৰ পিচত বহাগৰ মাহত মেঘৰ গাজনি আৰু তাৰ লগে লগে মাছৰ উজান আৰম্ভ হয়। চ'ত মাহ বসন্তকালৰ অন্তৰ্গত। কেতিয়াবা ফাকুৱা উছৱ ফাগুনত নহৈ চ'ততো হোৱা দেখা যায়।



## অশোকাষ্টমীৰ মেলা

সংস্কৃত ভাষাত চ'ত মাহক মধুমাস বোলে। এই মধুমাসত উৎপন্ন হোৱা অশোক ফুলৰ কলি অশোকাষ্টমীৰ দিনা পানীৰে সৈতে খালে বছৰ ধৰি শোক-তাপৰপৰা মুক্ত হয় বুলি হিন্দুধৰ্মৰ এটি ধাৰণা চলি আহিছে। অশোকাষ্টমীৰ দিনা ব্ৰহ্মপুত্ৰ নদীৰ জল পৱিত্ৰ হয় বুলিও বিশ্বাস আছে। অসমৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ কেবাখনো তীৰ্থস্থানত অশোকাষ্টমীৰ স্নান আৰু মেলা হয়—বিশেষকৈ শোৱালকুছি, অশ্বক্ৰান্ত, শিলঘাট আদিত এই উপলক্ষে বহু জনসমাবেশ, দোকান-পোহাৰ আৰু মেলা অনুষ্ঠিত হয়। অসমৰ প্ৰাণধাৰক মহাবাহু ব্ৰহ্মপুত্ৰক পৌৰাণিক দৃষ্টিৰে—'ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন। অমোঘাগৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ ॥'—বুলি প্ৰণাম জনাই স্নান কৰা হয়। অশোকৰ কলি পান কৰা মন্ত্ৰ হৈছে 'ত্বামশোক হৰাভীষ্ট মধুমাস সমুদ্ভৱ। পিবামি শোকসন্তপ্তো মামশোকং সদা কুৰু ॥' অশোকাষ্টমীৰ সময়তে চ'ত মাহৰ শুক্লাষষ্ঠীৰপৰা দশমীলৈ বাসন্তীদেৱীৰ পূজা উৎসৱ অসমৰ বহুতো শাক্ত মঠ-মন্দিৰ আৰু ৰাজহুৱা থানত পালন কৰা হয়। শুক্লা অষ্টমীৰ দিনা অন্নপূৰ্ণা দেৱীৰ পূজা হয়। এই শুক্লপক্ষৰে ত্ৰয়োদশী আৰু চতুৰ্দ্দশীত মদন দেৱতাৰ পূজা-উৎসৱ ঠাই বিশেষে চলে। পুৰণি পুথিত মদন চতুৰ্দ্দশী পালন আৰু কামদেৱ-বসন্তৰ পূজাৰ বৰ্ণনা পোৱা যায়। বসন্তকালত মদন দেৱতাৰ পূজাই জনসাধাৰণৰ মাজত বিহু আৰু বিহুধৰ্মী উছৱৰ প্ৰেৰণা দিছে বুলি কিছুমান পণ্ডিতে কয়। চ'তৰ শেষত যাইকৈ বঙ্গদেশৰ নানা ঠাইত হোৱা চড়কপূজা বিশেষভাৱে উল্লেখযোগ্য; বহাগ মাহত নামনি অসমত হোৱা ভঠেলি আৰু পাৰ তোলা উৎসৱ, গোৱালপাৰা জিলাৰ কিছুমান ঠাইত হোৱা বাঁসপূজা (বাঁহপূজা) আৰু অসমৰ ঠাই বিশেষে পালিত সুৱঁৰি (স'ৰি) আৰু বিহুমেলাবোৰ এই প্ৰসঙ্গত তুলনীয় লোক-উৎসৱ।

## চৈতালি গোৱা

চৈতালি গোৱা চ'ত মাহৰ আন এটি গঞা অনুষ্ঠান। পুৰণি কালৰেপৰা ভাৰতত সংস্কৃত শিক্ষাৰ চৰ্চা টোল বা পাঠশালাৰ যোগেদি চলি আহিছে। এই টোল বা পাঠশালাৰ ছাত্ৰসকলে চ'ত মাহত গাঁৱৰ মানুহৰ

ঘৰে ঘৰে মঙ্গল-গীত গাই আৰু আশীষ বচন দি চাউল-পাত, পইচা তুলি নিয়ে আৰু চ'ত মাহৰ চৈতালি গাই পোৱা চাউল-পাত, ধন-বস্তু গুৰুক দক্ষিণাস্বৰূপে দিয়ে। আজিকালি এনেকৈ চৈতালি গোৱা ছাত্ৰৰ দল সংখ্যাত কমিছে যদিও এই পুৰণি শিক্ষামূলক অনুষ্ঠানটিৰ আদৰ্শ, নিষ্ঠা আৰু পৱিত্ৰতা মন কৰিবলগীয়া।

## চ'তৰ বিহু লাগিছে গাত

চ'ত মাহক কেন্দ্ৰ কৰি অসমৰ গঞা সমাজত নানা বিধ গীত-পদ আৰু যোজোনা-পটন্তৰৰ সৃষ্টি হৈছে। বিহুগীতত 'চ'ততে চকৰী বহাগত বগৰী জেঠতে আমনা ধান', 'চ'তে চ'তে গৈ বহাগ পালেহি ফুলিলে ভেবেলি লতা', 'গাভৰু ছোৱালী নাচে জুমে জুমে চ'তৰ বিহু লাগিছে গাত' আদি মনোগ্ৰাহী বৰ্ণনা আছে। চ'তৰ বাৰখৰৰ বৰ্ণনা থকা এফাঁকি বিহুগীত হৈছে—

'চ'তেকৈ মহীয়া ব'দে চৌ চৌ
কিনো দুপৰীয়া ভোক ;
টিয়ঁহো নহলি চিৰালো নহলি
কেচাই খালোঁহেঁতেন তোক।'

চ'ত মাহত বিৰহৰ বতাহ বলে বোধহয়; নহলেনো 'চ'ততে চকোৱাই কান্দে উজাগৰে ৰাতি' শিতানত লোকগীতৰ সৃষ্টি হয়নে ? চ'ত-বহাগ মাহত কুলি, কেতেকীৰ বাৰে শৰীৰ অথিৰ কৰি তোলে, ডাউকীৰ কান্দোনে হৃদয় অসহ্য কৰি দিয়ে আৰু একে স্বৰতেই চেনাই-বহনাইঁতৰ অন্তৰত বিৰহৰ ৰাই-জাঁই উঠে—"চ'ততে কান্দিলে চতুৰা চৰাইটি বহাগত কান্দিলে বেং।" যুগে যুগে সেয়েহে চ'ত মাহৰ বন্দনা জন-জীৱনত নানা ভাবে হৈ আছে।

—০::০—

# পাহাৰ-ভৈয়ামৰ বিবিধ লোক-উছৱ

অসমৰ পাহাৰ-ভৈয়ামৰ লোক-উৎসৱৰ পৰিধি বিশাল আৰু সংখ্যাও লেখিব নোৱাৰা। অসমৰ ভৈয়াম অঞ্চলত সম্প্ৰতি বসবাস কৰি থকা আৰ্য্যহিন্দু, শিখ, জৈন, মুছলমান আৰু খৃষ্টানধৰ্মী লোকসকলৰ উপৰিও নানা জনজাতি উপজাতি কৌলিক বা আদিম ধৰ্ম অনুসৰি নাইবা হিন্দু, বৌদ্ধ, খৃষ্টান ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈ বসবাস কৰি আছে। অসমৰ পাহাৰ অঞ্চলত নানা জনজাতি-উপজাতি আছে। ৰাজনৈতিক পৰি-সীমাৰে ত্ৰিপুৰা, মণিপুৰ আৰু সম্প্ৰতি নগালেও আৰু উত্তৰ-পূব সীমান্ত অঞ্চল (নেফা) অসমৰ পৰা পৃথক যদিও জনসমষ্টি, জাতি-উপজাতি আৰু তেওঁলোকৰ আচাৰ-ব্যৱহাৰ, সংস্কৃতি, ঐতিহ্যৰ ফালৰপৰা এই খণ্ডবোৰৰ বহুতো সাদৃশ্য আছে। উদাহৰণ স্বৰূপে ত্ৰিপুৰা ৰাজ্যৰ তিপ্ৰাসকলৰ আদিম জনজাতীয় ভাষা আৰু সংস্কৃতি অসমৰ বড়ো-কছাৰী ভাষা-সংস্কৃতিৰ লগত সংশ্লিষ্ট। লুচাই পাহাৰৰ চাক্‌মাসকলৰ বৌদ্ধধৰ্মীয় সংস্কৃতিৰ লগত অসমৰ দোৱনীয়া, ফাকিয়াল আৰু উত্তৰ-পূব সীমান্তৰ টাংছা-খামতি জন-জাতিসমূহৰ বৌদ্ধধৰ্মীয় সংস্কৃতি আৰু লোক-উৎসৱ তুলনীয়। মণিপুৰৰ কাবুই নগা, টাংখুল নগাসকলৰ লগত নগালেও আৰু উত্তৰ কাছাৰৰ অন্যান্য নগাসকলৰ সাংস্কৃতিক সম্বন্ধও বিচাৰ কৰিবলগীয়া। উত্তৰ-পূব ভাৰতৰ ভিতৰুৱা পাহাৰ অঞ্চলত নতুন নতুন জনজাতি, উপজাতিৰ সন্ধেদ পাই থকা গৈছে।

এনে পটভূমিত উত্তৰ-পূব ভাৰত তথা অসমৰ পাহাৰ-ভৈয়াম আৰু সীমান্ত অঞ্চলৰ সকলো জনজাতি আৰু উপজনজাতিৰ পূৰ্ণাঙ্গ পৰিচয় আৰু তেওঁলোকৰ লোক-উৎসৱৰ বৰ্ণনা দিয়াটো সম্ভৱপৰ হৈ উঠা নাই। তথাপিও ধৰ্মবিশ্বাস, পূজা-পাটন, দেৱ-দেৱী, ভূত-প্ৰেত আৰু খেতি-ৰাতিক আশ্ৰয় কৰি গঢ়ি উঠা কিছুমান কৃত্য, নৃত্য-গীত আৰু উৎসৱৰ আভাস আংশিকভাৱে হলেও সম্প্ৰতি দাঙি ধৰিলোঁ।

## কিৰাতজ ধৰ্ম

অসম আৰু উত্তৰ-পূব ভাৰতৰ ধৰ্ম অৰ্থাৎ পুৰণি কামৰূপ ৰাজ্যৰ ধৰ্ম কিৰাতজ বুলি যোগিনীতন্ত্ৰত আখ্যা দিয়া হৈছে। আৰ্য্যসকলৰ অসম তথা উত্তৰ-পূব ভাৰতত বসতিৰ আগেয়ে এই অঞ্চলত কিৰাত বা মঙ্গলয়দ সকলৰ বসতি আছিল। এই কিৰাত বা মঙ্গলয়দ সকলৰ আগেয়ে এই অঞ্চলত নিষাদ (অষ্ট্ৰিক), দ্ৰাবিড় আদি লোকসকলে বসবাস কৰিছিল বুলি কিছুমান পণ্ডিতে অভিমত দিছে।

উত্তৰ-পূব ভাৰত তথা অসমত আৰ্য্যহিন্দুসকলৰ বৈদিক যাগ-যজ্ঞ, হোম পদ্ধতিৰ ধৰ্মৰ ধাৰা প্ৰৱৰ্ত্তন হোৱাৰ আগেয়ে নিষাদ বা অষ্ট্ৰিক সংস্কৃতিৰ মাতৃপূজা বা দেৱীৰূপে শক্তিস্বৰূপিণী যোনি-পূজা, দ্ৰাবিড় আৰু মঙ্গলয়দ সংস্কৃতিৰ শিৱপূজা বা দেৱাদিদেৱ বুঢ়া বাথৌৰূপে লিঙ্গপূজা আৰু সম্ভৱতঃ মিশ্ৰিত জনজাতীয় ধৰ্ম বিশ্বাসৰ ফলত উত্তৰ সৰ্পপূজা বা মাৰৈপূজা আদি প্ৰচলিত আছিল বুলি বহুতো প্ৰমাণ পোৱা গৈছে। তান্ত্ৰিকতা আৰু বৌদ্ধধৰ্মও, পুৰণি অসমত প্ৰচলিত আছিল। পণ্ডিতসকলৰ মতে অসমৰ অধিবাসীসকলৰ তেজ-মঙহত কম-বেছি পৰিমাণে নেগ্ৰিটো বা নিগ্ৰইড, অষ্ট্ৰিক বা অষ্ট্ৰলয়দ (নিষাদ), মঙ্গলয়দ (কিৰাত), দ্ৰাবিড় আৰু আৰ্য্য জাতিৰ সঁচ আছে। সেই ফালৰপৰা এই অধিবাসীসকলৰ ধৰ্ম-বিশ্বাস, আচাৰ-ব্যৱহাৰ আৰু লোক-উৎসৱৰ ক্ষেত্ৰতো নেগ্ৰিটো-অষ্ট্ৰিক-মঙ্গলয়দ, দ্ৰাবিড়-আৰ্য্যৰ প্ৰভাৱ মিশ্ৰিত পৰিমাণে পৰিছে।

## প্ৰাক্-আৰ্য্য সভ্যতা

আৰ্য্যসকল ভাৰত তথা অসমত প্ৰৱেশ কৰাৰ আগেয়েও এই অঞ্চলবোৰৰ অধিবাসীসকল ধৰ্ম-সংস্কৃতি-সভ্যতাৰ ক্ষেত্ৰত একেবাৰে পাচপৰা নাছিল। আৰ্য্যসকল পৃথিবীৰ আদিম উন্নত জাতি বা জনজাতি নহয়; আৰ্য্যসকলৰ পূৰ্বে ইজিপচিয়ান, ছুমেৰিয়ান, এক্কাডিয়ান, এছীৰীও-বেবিলিয়ান আৰু মহেঞ্জদাৰো সভ্যতাৰ দ্ৰাবিড়সকলে ধৰ্ম-সংস্কৃতি-সভ্যতাৰ উন্নত পৰ্য্যায়ত উপনীত হৈছিল। আৰ্য্যসকল ভাৰতলৈ অহাৰ আগেয়ে অৰ্দ্ধ-বৰ্বৰ অৱস্থাত থাকি কিছু পৰিমাণে অঘৰী আৰু কিছু পৰিমাণে কৃষিজীৱী জীৱন-যাপন কৰিছিল। দ্ৰাবিড়সকল নগৰ-সভ্যতাৰ নিৰ্মাতা আছিল,



কিন্তু আৰ্য্যসকল গাওঁ আৰু কৃষিমুখী আছিল। পুৰণি অসমৰ জাতি, জনজাতিৰ মাজত ধৰ্মৰ ক্ষেত্ৰত এক পৰম দেৱতা বা সাৰ্বভৌম শক্তিৰ ধাৰণা প্ৰায়ে পোৱা যায় : তেনেস্থলত এনেবোৰ জাতি-জনজাতি জড়োপাসক বুলি অভিহিত কৰাটো সমীচীন নহয়। কিছুমান জাতি-জনজাতিয়ে ভূত-প্ৰেতত বিশ্বাস কৰিলেও মঙ্গলময় দেৱতা আৰু প্ৰকৃতিৰ নানা নিসৰ্গৰ অধিষ্ঠাত্ৰী দেৱীবো কল্পনা কৰে—তেনেস্থলত এনেবোৰ জাতি-জনজাতিৰ ধৰ্ম-বিশ্বাস নিম্নস্তৰৰ বুলি কোৱাটো উচিত নহয়।

আদিম কালৰেপৰা পৃথিৱীৰ পুৰণি অধিবাসীসকলে জোন-বেলি, বতাহ-বৰষুণ, ভূঁইকপ-বজ্ৰপাত আদিক বিস্ময়ৰ চকুৰে চাই আহিছে। এইবোৰৰ গৰাকী কোনো কোনো দেৱ-দেৱী থকা বুলি বিশ্বাস চলি আহিছে; এওঁলোকৰ কিছুমান খঙৰ দেৱ-দেৱী, কিছুমান ৰঙৰ দেৱ-দেৱী। কিছুমানক প্ৰাৰ্থনা, গীত-নাচৰ জৰিয়তে বন্দনা কৰা হয়; কিছুমানক বলি-বিধান, পূজা-পাটল দি সন্তুষ্ট কৰিব লাগে। এনেকৈয়ে আদিম ধৰ্ম বিশ্বাসৰ লগত পূজা-পাটল, তন্ত্ৰ-মন্ত্ৰ, যাদুবিদ্যা জড়িত হৈ আছে। মানুহৰ জীৱনৰ তিনিটা প্ৰধান ঘটনা—জন্ম, বিবাহ আৰু মৰণক কেন্দ্ৰ কৰি নানা কৃত্য, জনবিশ্বাস, ধৰ্মাচাৰ আৰু লোক-উৎসৱ গঢ়ি উঠিছে; আকৌ, মানুহৰ জীৱন-যাপনৰ মূল অৱলম্বন—চিকাৰ, কৃষিকৰ্ম, শস্যৰোপণ, শস্য আহৰণ, শস্য ৰক্ষা, গৃহ নিৰ্মাণ আদিক কেন্দ্ৰ কৰিও, কিছুমান লোকাচাৰ, ধৰ্ম-কৃত্য, উছৱ-পৰব গঢ় দি উঠিছে।

## জনজাতীয় ধৰ্ম-উৎসৱ

অসমৰ জাতি-জনজাতিৰ বহল পথাৰখনলৈ চকু দিলে, সহজেই চকুত পৰে যে ধৰ্ম, লোকাচাৰ, লোক-উছৱ আৰু সাংস্কৃতিক বিষয়ত এই পথাৰখন চিত্ৰ-বিচিত্ৰ হৈ পৰিছে। ধৰ্ম-বিশ্বাসৰ ক্ষেত্ৰতো কোনো এটি আদিম বা কৌলিক ধৰ্ম হিন্দু, বৌদ্ধ, খৃষ্টান আদিৰ অলপ নহয় অলপ প্ৰভাৱ নোপোৱাকৈ থকা নাই। অসম আৰু উত্তৰ-পূব ভাৰতত নানা যুগত বাস কৰা নেগ্ৰিটো (নিগ্ৰয়ইড), অষ্ট্ৰলয়দ(নিষাদ-শবৰ), মঙ্গলয়দ (কিৰাত), দ্ৰাবিড় আৰু আৰ্য্য লোকসকলৰ তেজ-মঙহৰ, সংমিশ্ৰণৰ লগে লগে আচাৰ-পৰব, ৰীতি-নীতি, ধৰ্মাধৰ্ম, সমাজ-বিবাহৰ ক্ষেত্ৰতো সংস্পৰ্শ আৰু সমন্বয় ঘটিছে।

## অকা জনজাতি

মঙ্গলয়দ বা কিৰাত জাতিৰ ভিতৰুৱা অকা বা হ্রুছোসকলে মূলতঃ পুনুছাগো নামৰ প্ৰধান দেৱতাক আদিম বা কৌলিক ধৰ্ম অনুসৰি সৰ্বময় সৃজনকৰ্তা বুলি ভাবে। অকাসকলৰ আদিম বা কৌলিক ধৰ্মত ভৈয়ামৰ হিন্দু ধৰ্মৰ পূজা-পাতলৰ প্ৰভাৱ আৰু উত্তৰ ফালৰ পাহাৰৰপৰা তিব্বতীয় বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰিছে। কুকুৰা পোৱালি মাৰি মঙ্গল চোৱা পদ্ধতি, বাঁহী, ঢোল, বেণুজাতীয় বাদ্য লৈ মতা-মাইকী নিৰ্বিশেষে বাতি জুইৰ চৌপাশে নচা নিয়ম পুৰণি কৌলিক ধৰ্মৰ স্মৃতি-চিহ্ন। মঙ্গলয়দ জাতিৰে অন্তৰ্গত ডফলাবিলাকেও আদিম বা কৌলিক ধৰ্মমতে ইৰোওয়ো দেৱতাক পূজা কৰে। মৃতকৰ আত্মা বা ভূতক বৰ ভয় কৰে। সপোনৰ মঙ্গলা-মঙ্গলৰ ওপৰত এওঁলোকে বৰকৈ বিশ্বাস কৰে। মৃতকৰ আত্মা বা অক-মৰ উদ্দেশ্যে নেঙ্গা এবাদো উৎসৱ, খেতি বা চিকাৰ সম্পৰ্কত অন্যান্য লোক-উৎসৱ পতা হয়।

## আদি বা আবৰ জনজাতি

আদি বা আবৰ জনজাতিৰ লোকসকলে মঙ্গলয়দ বা কিৰাত জাতিৰ বংশধৰৰূপে প্ৰাচীন কৈৰাতজ বা কৌলিক ধৰ্ম পালন কৰি আহিছে। সাপপূজা, বেলি-পূজা, দেওপূজা আদিৰ উপৰিও জুলাই-আগষ্টত অনুষ্ঠিত গ্ৰীষ্ম উৎসৱ চলোং নৃত্য-গীত, পান-ভোজন আদিৰ ফালৰপৰা উল্লেখযোগ্য লোকানুষ্ঠান।[১]

## দেউৰী-চুতীয়াসকল

দেউৰী-চুতীয়াসকলে মঙ্গলয়দ জাতিৰ বংশধৰৰূপে আদিম কৌলিক ধৰ্ম পালন কৰে—আদ্যাশক্তি পিচাচি বা তাম্ৰেশ্বৰী প্ৰাচীন মাতৃপূজাৰ প্ৰতিনিধিৰূপে এওঁলোকৰ দ্বাৰা পূজিত হৈ আহিছে। ইয়াৰ উপৰিও পিচাদেমা বা বলিয়াবাবা আৰু গিৰা-গিৰাচি (বুঢ়া-বুঢ়ী) দেউৰী-চুতীয়াৰ উপাস্য শক্তি। তাম্ৰেশ্বৰী আৰু বলিয়াবাবা বুঢ়া-বুঢ়ীৰ কন্যা আৰু

---

১ অসমৰ জনজাতি : আদি বা আবৰ, পৃঃ ১০—২৫, দ্ৰষ্টব্য।



খেৰায় নৃত্যৰ ছেও



মুখা পিন্ধি কৰা ভাওনা



মিজোসকলৰ বাঁহ-নৃত্য



নংক্ৰেম নৃত্যৰ সাজত



পুত্ৰৰূপে গণ্য হৈ আহিছে। অসমৰ জাতীয় উৎসৱ বহাগ বিহু এওঁলোকে নিজস্ব নিয়ম অনুসৰি বুধবাৰৰপৰা আৰম্ভ কৰি পাতে। হুচৰি, মাঘ-বিহু, দেওধাই-দেওধনী, দেউৰী আদি লোকানুষ্ঠানৰ জৰিয়তে দেউৰী জনজাতিয়ে কৌলিক আৰু অন্যান্য ধৰ্মৰ প্ৰভাৱত বৈশিষ্ট্যপূৰ্ণ লোক-উৎসৱ-পৰব, বলি-বিধান আৰু নব-বলিৰ পৰম্পৰা বহন কৰি আহিছে।

## ডিমাছা কছাৰী

ডিমাছা বা ডিমাছা কছাৰীসকল, বড়ো বা বড়ো কছাৰী, সোণোৱাল কছাৰী আদি জনজাতিবোৰ মূলতঃ মঙ্গলয়দ বা কিৰাত জাতিৰ ভিতৰুৱা যদিও ধৰ্মবিশ্বাস, লোক-উৎসৱ, সংস্কৃতিৰ ক্ষেত্ৰত কিছুমান পাৰ্থক্য গঢ়ি উঠিছে। ডিমাছাসকলৰ আদিম বা কৌলিক ধৰ্মৰ লগত হিন্দু ধৰ্মৰ সংমিশ্ৰণ ঘটিছে। এওঁলোকৰ ধৰ্মবিশ্বাস আৰু পৌৰাণিক আখ্যান মতে বাংলা ৰাজা বা ভূমিকম্পৰ দেৱতা আৰু তেওঁৰ সহধৰ্মিণী আৰিখীডিমাৰপৰা শিব্ৰায় দেৱতা আৰু মানুহ-জন্তু আদি সৃষ্টিৰ জীৱসকলৰ উৎপত্তি হয়। জন্থাই বা পুৰোহিত আৰু পাথ্ৰি বা দেওধাইৰ জৰিয়তে পূজা-পাটল কৰা হয়। উনৈশ শতিকাৰ আৰম্ভণিৰপৰা ৰাজন্যবৰ্গৰ জৰিয়তে হিন্দু ধৰ্মৰ প্ৰচলন আৰু বিস্তাৰ ঘটে।

## বড়োকছাৰী

বড়ো-কছাৰীসকলৰ ধৰ্ম মতক কৈৰাতজ বা কৌলিক বুলিব পাৰি: সৃষ্টিৰ পাতনি আহাম্ গুৰুৰপৰাই হ'ল: বাথৌব্ৰাই—বাথৌবুঢ়ী (দিবাদিৰি), মৌনুছিংছিং বুঢ়া, ভূত-প্ৰেত আৰু নৰ-মনিচ সকলো আহাম্ গুৰুৰ কৃপাতে সম্ভৱ হৈছিল। খেৰায় উৎসৱ, মাঘাই বা মাৰৈপূজা, বৈছাগু (বহাগ-বিহু), দমাছি (মাঘ-বিহু) আদিৰ উপৰিও গাৰ্জা (গঞাপূজা) ৰাজহুৱা আৰু লোকপ্ৰিয় উৎসৱ বছৰৰ ভিন ভিন সময়ত পালন কৰা হয়।[২]

[২] বড়ো কছাৰীৰ জন-সাহিত্য—ভবেন্দ্ৰ নাৰ্জী ৰচিত, ১৯৫৭ আৰু বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি—ভবেন্দ্ৰ নাৰ্জী, ১৯৬৬ দ্ৰষ্টব্য।

—৭

বাথৌব্ৰাই বা শিব্ৰায়ৰ (শিৱ) পূজা সিজু গছৰ বেদীত কৰা হয়। এইখিনিতে দ্ৰাবিড়ী শিৱ আৰাধনা আৰু কিৰাতী শিৱ পূজাৰ তুলনা আৰু সংস্পৰ্শ মন কৰিবলগীয়া। উত্তৰ-পূব ভাৰতৰ প্ৰাগ্‌জ্যোতিষ, কামৰূপ নামেৰে প্ৰাচীন কালত অভিহিত এই ৰাজ্যখণ্ড শিৱ বা মহাদেৱৰ ৰাজ্য আছিল। কালিকা পুৰাণমতে বৰাহৰূপী বিষ্ণুৱে নৰক ৰজাক প্ৰাগ্‌জ্যোতিষ ৰাজ্যত অধিষ্ঠিত কৰাৰ সময়ত শিৱৰ সন্মতি সাপেক্ষে কিৰাতসকলক সেই ৰাজ্যৰপৰা আঁতৰাই পঠিয়াইছিল। কিৰাতী বড়োসকলে শিৱৰূপী বাথৌব্ৰাই, দুৰ্গাৰূপী বাথৌবুৰি (কামাখ্যা), লক্ষ্মীৰূপী মাইনাওবুৰি আদিৰ পূজা কৰে। বড়োসকলৰ প্ৰাচীন কৌলিক ধৰ্মৰ উপৰিও আৰ্য্যহিন্দু, ব্ৰহ্ম, খৃষ্টান, মুছলমান ধৰ্ম আদিৰ প্ৰভাৱত কিছুসংখ্যক বড়ো অন্য ধৰ্মাৱলম্বী হোৱাৰ দৃষ্টান্ত আছে। তথাপিও খেৰায়, মাৰাই (মাৰৈ), বৈছাগু, দমাছি আদি লোক-উৎসৱ বড়ো-কছাৰীসকলৰ সমূহীয়া সংস্কৃতিৰ নিদৰ্শন। মাৰৈ বা মনসা পূজাৰ জৰিয়তে কিৰাত, দ্ৰাবিড় আৰু আৰ্য্যধৰ্মৰ সমন্বয় ঘটা যেন লাগে।

## সোণোৱাল কছাৰী

সোণোৱাল কছাৰীসকলৰ আদিম ধৰ্মৰ লগত অসমৰ বৈষ্ণৱ ধৰ্মৰ সংস্পৰ্শ আৰু সমন্বয় ঘটিছে। শিৱ, বাথৌ বা খিৰিং পূজাৰ লগত বিহু, হুচৰি, বৈষ্ণৱ ধৰ্মীয় নাম-প্ৰসঙ্গ আৰু ঘৰুৱা পূজা-পাটল সমানে চলি আছে। সোণোৱাল, ঠেঙাল আদি প্ৰাচীন কছাৰীসকলে পুৰণি ধৰ্ম আৰু ভাষা পৰিহাৰ কৰি অসমৰ বৈষ্ণৱ ধৰ্ম আৰু অসমীয়া ভাষা গ্ৰহণ কৰিলেও পুৰণি সংস্কৃতি, আচাৰ-ব্যৱহাৰ, পান-ভোজন, পূজা-উছৱৰ কিছু ৰেঙণি সমিলমিলৰ মাজেদি ৰক্ষা কৰি আহিছে।

## লালুংসকল

লালুং জনজাতীয় লোকসকলে মহাদেৱক একমাত্ৰ আৰাধ্য দেৱতা বুলি মানে আৰু লগতে কেচাইখাইতী বা কালিকা গোসাঁনীকো পূজা দিয়ে। দেওধাই বা জকি উঠাৰ নিয়ম আছে। আদিম বা কৌলিক ধৰ্মৰ লগত আৰ্য্যহিন্দু লক্ষ্মীপূজা, শক্তিপূজা আৰু থলুৱা নানা পূজা-পাটল



সংযোজিত হৈছে। দেউৰী-চুতীয়াসকলৰ দৰে বুধবাৰৰ দিনটোক শুভ বুলি মানে। বহাগ বিহু আৰু মাঘ বিহু আৰ্য্যহিন্দুৰ দৰে পালন কৰে যদিও নাম-কীৰ্তনৰ পৰিৱৰ্তে ৰৰঘৰত বিহুৰ জা-জলপান আৰু মদ দেৱতালৈ অৰ্পণ কৰে। বহাগৰ বিহুৰ শেষত পুৰণি ৰজাঘৰীয়া নিয়মেৰে মেলা বা গোঁসাই উলিওৱা নিয়ম আছে। এই উৎসৱত ঢাক-ৰৰঢোল বজাই ঢাল-তৰোৱাল লৈ নাচি আৰু ঢোল-পেঁপা-তাল আদিৰে নৃত্য-গীত কৰাৰ নিয়ম আছে।

## মিকিৰ জনজাতি

মিকিৰ জনজাতিৰ মাজত আদিমধৰ্মী, হিন্দুধৰ্মৰ প্ৰভাৱান্বিত আৰু খৃষ্টান ধৰ্মাৱলম্বী লোক আছে। হিন্দুধৰ্মী আৰু এই ধৰ্মৰ প্ৰভাৱান্বিত আদিম লোকসকলে নিজক হংহাৰি (সংসাৰী) বুলি কয়। ব্ৰহ্মা, মহাদাই (মহাদেৱ), মহামাইৰ (মহামায়াৰ) উপৰিও আৰনাম্ হেমফু, হেমাৰি প'ৰিজ্ঞা চিনথং আৰনাম্ আদি কৌলিক দেৱতাৰ পূজা-সেৱা চলে। ধৰ্মভীৰু আৰু ঈশ্বৰ বিশ্বাসী হংহাৰি মিকিৰসকলে চকেৰয় বা লখিমী উৎসৱ, চমাংকান বা শ্ৰাদ্ধ আদিৰ জৰিয়তে আৰু মাচিৰা-কোহিৰ (শ্ৰাদ্ধৰ গীত), কাৰ্বি কেপ্লাং (সৃষ্টি তত্ত্ব), চাবিন্ আলুন্ (ৰামায়ণ-গীত) আদি গীত-মাতৰ জৰিয়তে লোক-সংস্কৃতি ৰক্ষা কৰি আছে।

## মিজোসকল

মিজো বা লুচাই পাহাৰবাসীসকল কেবাটাও শাখা-প্ৰশাখাত বিভক্ত। লাখেৰ, পোই, 'মাৰ আদি ফৈদৰ লুচাই লোকসকল আদিতে নগা জনজাতিৰ দৰেই নৰমুণ্ড চিকাৰী আছিল। বৃটিছ শাসন ১৮৭০ খৃষ্টাব্দত প্ৰৱৰ্ত্তন হোৱাৰ পাচত সৰহ সংখ্যক খৃষ্টান হ'ল আৰু অতীজৰ মিজোসকলৰ সৰ্বশক্তিমান ঈশ্বৰ বিশ্বাস, ৰামহইয়া আদি ভূত-প্ৰেতৰ বিশ্বাস, গাহৰি-কুকুৰ আদিৰ বলি-বিধান, ৰঙালি, ভোগালি আৰু কঙালি বিহুৰ সমকক্ষ চাপচাৰকুট, প'লকুট, মীমকুট আদি জাতীয় উৎসৱ আৰু নৃত্য-গীত ক্ৰমে নাইকিয়া হ'ল। কিন্তু পশ্চিমীয়া আৰু সৰ্বভাৰতীয় সংযোগৰ ফলত এটি নৱযুগীয় সংস্কৃতি মিজোপাহাৰ অঞ্চলত গঢ় দি উঠিছে।

## মিৰি বা মিছিং

মিছিং বা মিৰি জনজাতিয়ে নিজকে চন্দ্ৰ-সূৰ্য্যবংশী বুলি ভাবে—চন্দ্ৰ হ'ল পিতৃ ( আবু-পলৰ ) আৰু সূৰ্য্য হ'ল মাতৃ ( আনে দঞ্জি ); আদিম বা কৌলিক ধৰ্মবিশ্বাসত হিন্দু ধৰ্মী পূজা-পাটল আৰু পদ্ধতি, বিহু উৎসৱ ( কঙালি, ভোগালি আৰু ৰঙালি ) আদিৰ প্ৰভাৱ পৰিছে। আহিন কাতি মাহত আহুধান চপাই শেষ কৰি প-ৰাগ বা নৰাছিগা বিহু আৰু আহুধান সিঁচিবৰ সময়ত আলি-আই-লিগাং বা ধান বোৱা বিহু-গীত-নৃত্য, আপং আদিৰ জৰিয়তে নৈৰ শুৱনি মিৰি বা মিছিংসকলে পালন কৰি আহিছে। অসমৰ লোক উৎসৱ, গীত-মাত, নৃত্য-বাদ্যৰ ক্ষেত্ৰত মিছিং-সকলৰ বৰঙনি ব্যাপক।

## ৰাভাসকল

তিব্বত বৰ্মী ভাষা-ভাষীৰ অন্তৰ্গত মঙ্গলয়দ বা কিৰাতী ৰাভাসকলৰ কৌলিক ধৰ্মত আৰ্য্যহিন্দুৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে ; ৰাভাসকলৰ মাজত ৰংদানি আৰু মাইতোৰীসকলে নিজা ভাষা ৰক্ষা কৰি আছে ; বাকীবোৰ ৰাভাই অসমীয়া ভাষা গ্ৰহণ কৰিছে। ৰাভাসকলে নিজাকৈ দেৱ-দেৱী কিছুমানক পূজা কৰে। তেওঁলোকৰ মাজত খকুচি পূজা এটি ডাঙৰ উৎসৱ। তেওঁলোকৰ নৃত্য-গীত, বাদ্য আদিও স্বকীয়া বৈশিষ্ট্যপূৰ্ণ। কাঢ়া নলৰ সুৰ, বহুৰঙী গীত আদি অসমৰ সাংস্কৃতিক ভঁৰাললৈ ৰাভাসকলৰ বহুমূলীয়া বৰঙনি। বায়খু উছৱ, বেচুৱা পৰ্ব, বিয়া-সবাহ, মাঘ বিহু আদি ৰাজহুৱা সমাবেশত সমাজ পাতি, মদ ভাত খাই পৰম তৃপ্তিত ডেকা-গাভৰু মতা-তিৰোতা বেলেগে বেলেগে বা একেলগে বহুৰঙী গীত গাই বাজনাৰ ছেৱে ছেৱে নাচে ; কাঢ়া নল, ঢাক-ঢোল, গগনা, বাঁহী, শিঙা, কাঁহৰ বাটি, বাদংদুপ্পা, টঁকা আদি বাদ্যৰ উল্লেখ বহুৰঙী গীতত এনেদৰে পোৱা যায় :—[৩]

---

[৩] বহুৰঙী—শ্ৰীহৰি মোহন সৰকাৰ, বঙ্গাইগাওঁ, ১৯৬৩ খৃঃ ; শ্ৰীযুধেন্দ্ৰ কুমাৰ ৰাভাৰ "বহুৰঙী গীতত ৰাভাসকলৰ প্ৰতিচ্ছবি" প্ৰবন্ধ ; বি, বৰুৱা কলেজ আলোচনী ১৯৬৯।



"ধুমুক্ টুক্ টুক্ টকাৰি
বাঁহৰ আগেলি ;
নাচিবাকে উঠিলুং
টবেং পাগেলি।

কায়ো বাজায় ঢাক-ঢোল
কায়ো বাজায় বাঁহী ;
কায়ো বাজায় গৰেনা থৰকা
কায়ো কাঁহৰ বাটি।"

## হাজং জনজাতি

হাজং নামৰ জনজাতীয় লোক সকলৰ ধৰ্ম আদিম বা কৌলিক হলেও তাত হিন্দু ধৰ্মৰ প্ৰভাৱ পৰিছে। ভাষাতত্বৰ ফালৰপৰা হাজংসকলৰ ভাষাত বড়ো, অসমীয়া আৰু বঙলাৰ প্ৰভাৱ পৰিছে বুলি লোকপিয়ল প্ৰতি-বেদনৰ ( ১৮৯১ ) পৰা জনা গৈছে। হাজংসকলৰ কিছুমান সম্প্ৰদায়ে সাধাৰণতে বহাগ মাহত বাঁহপূজা ( বাঁসপূজা ) নৃত্য-গীত উৎসৱেৰে পালন কৰে। গোৱালপাৰা আৰু উত্তৰ বঙ্গৰ বহুত সম্প্ৰদায়ৰ মাজতো বাঁহপূজা নানা ৰূপত পালিত হয়। হাজংসকলৰ মাজত যিসকলৰ ঘৰত বাঁহপূজাৰ দেৱতা আছে—তেওঁলোকে এই উৎসৱৰ আয়োজন কৰে। এডাল দীঘল আৰু পোন বাঁহ ৰঙা আৰু বগা কাপোৰেৰে মেৰুৱাই ওপৰত চোঁৱৰ বান্ধি পূজাৰ চাৰিওফালে জৰি টানি থিয়কৈ ৰখা হয় আৰু ওচৰতে জখলাৰ দৰে পূৰঠ বাঁহ এটা মাটিত পুতি তাৰ ওপৰত জাকৈ, খালৈ আৰু ভঙা নাঙল আঁৰি দিয়া হয়। ইয়াৰ উপৰিও দুডাল চুটি বাঁহৰ প্ৰয়োজন।[৪] এই বাঁহ পূজাৰ লগত গোপাল আৰু মদন দেৱতা জড়িত আছে। খোল আৰু মন্দিৰা বাদ্যৰ সহায়ত গীত-মাত নাচৰ প্ৰচলন থকা এই বাঁহপূজা হাজংসকলৰ এটি বিশিষ্ট লোক উৎসৱ বুলি পৰিগণিত হৈছে। নামনি অসমৰ বহাগমহীয়া ভঠেলি উৎসৱৰ লগত কিছু সামঞ্জস্য আছে যদিও বাঁহ-

---

[৪] বাঁহপুজা : শ্ৰীপৰেশ চন্দ্ৰ হাজং, গাৰোপাহাৰ : জনশিক্ষা ৩০ বছৰ, দ্বিতীয় সংখ্যা, ১৯৬৯ৰ প্ৰবন্ধ দ্ৰষ্টব্য।

পূজা নিজস্ব বৈশিষ্ট্যপূৰ্ণ । পাৰিবাৰিক জীৱনৰ সুখ-দুখ প্ৰতিফলিত হোৱা বাঁহপূজাৰ গীত দুফাঁকিমান তুলি দিয়া হ'ল :--

"পৰিল বাৰিষা কাল ৰে—মোহন
ভৰিয়া গেল নদী,
মনে কয় উৰিয়া যাং
পাখা নাই দেয় দিদি—মোহন ৰে ॥'

"ভৰ দেখিলুং নদীখানি
কুম্ভিৰে আউলায়ৰে পানী
বগুলায় মছা ধৰিয়া খায়
কি সুন্দৰী – তোৰ জনো প্ৰাণটিৰে
সদায় কৰে হায় হায় ॥"

## তিপৰা জনজাতি

তিপ্ৰা জনজাতিৰ কৌলিক ধৰ্মত হিন্দু ধৰ্মৰ বহুত প্ৰভাৱ পৰিছে। চন্তাই আৰু দেওধাইৰ জৰিয়তে কৌলিক পূজা আৰু বামুণৰ দ্বাৰা অন্য দেৱ-দেৱীৰ পূজা চলি আছে। তিপ্ৰা সকলৰ মাজত চৈধ্যজন মূল দেৱ-দেৱী পূজিত হৈ আহিছে ; এওঁলোকক আৰ্য্যহিন্দু ধৰ্মৰ ধাৰণাৰে চৈধ্যটা আৰ্য্য দেৱ দেৱীৰ সমপৰ্য্যায়ৰ বুলি অভিহিত কৰা হৈছে।

তিপ্ৰা সকলৰ চন্তাই আৰু দেওধাই সকলৰ জৰিয়তে খাৰ্চি পূজা আৰু কেৰ পূজা উৎসৱ পালন কৰা হয়। পূজা উৎসৱত ম'হ, ছাগলী, হাঁহ-পাৰ, মুৰগী গাহৰি আদি বলি দিয়া নিয়ম আছে। ভাষাৰ ফালৰ পৰা তিপ্ৰাসকল বড়ো কছাৰীৰ সমগোষ্ঠীয়। তিপ্ৰাসকলৰ 'মতায় কতৰ' নামৰ দেৱতাজনৰ বড়ো কছাৰী নাম হ'ব মদায় গেদেৰ অৰ্থাৎ ডাঙৰ দেৱতা ( শিৱ মহাদেৱ ) । আকৌ তুইমা বা গঙ্গা নদীক বুজোৱা শব্দটিৰ বড়োকছাৰী প্ৰতিৰূপ হ'ব—দৈমা ( ডাঙৰ নদী ) । ভাষা সংস্কৃতিৰ ফালৰপৰা তিপ্ৰাসকল বড়ো কছাৰী সকলৰ ওচৰ সম্পৰ্কীয় যদিও, বৰ্তমানে আৰ্য্যহিন্দুধৰ্ম আৰু বঙলা ভাষাৰ বিস্তৰ প্ৰভাৱ তিপ্ৰাসকলৰ ওপৰত পৰিছে।



## খাছি আৰু ছিন্‌টেং

খাছি আৰু ছিন্‌টেং ( জয়ন্তীয়া ) জনজাতিৰ মাজত আদিম ধৰ্ম আৰু মাতৃ পূজাৰ প্ৰচলন আছিল। জয়ন্তাসকলৰ ( জয়ন্তীয়া ) মাজত জয়ন্তেশ্বৰী নামত আই মাতৃৰ পূজা হৈছিল বুলিও বুৰঞ্জীত লিখা আছে। আদিম বা কৌলিক ধৰ্মৰ ওপৰত উনৈশ শতিকাত খৃষ্টান ধৰ্মৰ প্ৰভাৱ বাৰুকৈয়ে পৰে। খাছিসকলে আদিম ধৰ্ম মতে উব্লেই নংথাও ( সৃষ্টিকৰ্তা ভগৱান ) আছে বুলি বিশ্বাস কৰে ; মাতৃৰূপত কা ব্লেই ছংছাৰক মানে। ঘৰ সজাৰ পাচত উলেই লাপ নামৰ দেৱতাক পূজা কৰে। জয়ন্তীয়া সকলে ঘৰ সজা শেষ হলে একোটা কুকুৰা বলি দি উ বিছকুৰুম ( বিশ্বকৰ্মা দেৱতা ) আৰু কা ছিয়েম ছংছাৰৰ ( সংসাৰৰ অধিষ্ঠাত্ৰী দেৱী ) পূজা কৰে। খাইৰিম্ ৰাজ্যৰ ছিয়েমে লিদং আৰু পুৰোহিতৰ সহায়ত ৰাজ্যৰ মঙ্গলৰ অৰ্থে কা ব্লেই ছংছাৰৰ ( সংসাৰৰ অধিষ্ঠাত্ৰী দেৱী) উদ্দেশ্যে বছৰি নংক্ৰেমত ছাগলী বলি দি পূজা কৰে। এই উপলক্ষে নংক্ৰেম নৃত্য লোক-উৎসৱৰূপে পালিত হয়। জয়ন্তীয়া সকলৰ লাহো নৃত্য আন এটি লোক-উৎসৱ।

## গাৰো জনজাতি

মাতৃ প্ৰধান সমাজৰ নিদৰ্শন ৰূপে অসমৰ খাছি আৰু জয়ন্তীয়াসকলৰ উপৰিও গাৰো জনজাতিলৈ আঙুলিয়াব পাৰি। আদিম ধৰ্মী বা সংসাৰী গাৰোসকলে নানা ডাঙৰ দেৱতা আৰু ভূত প্ৰেতত বিশ্বাস কৰে। খৃষ্টান হোৱাসকলে আদিম ধৰ্ম বিশ্বাস এৰিছে। আদিম ধৰ্ম মতে চালজং, তাতাৰা-ৰাবুগা আদি দেৱতা আৰু এইবোৰৰ সন্তুষ্টিৰ কাৰণে মঙ্গল চোৱা, হাঁহ-কুকুৰা, গাহৰি-কুকুৰ, ছাগলী বলি দিয়াৰ নিয়ম আছে। শ্ৰাদ্ধ আৰু খেতি-বাতিৰ লগত জড়িত মাংগোনা বা দেলনাং চোৱা উৎসৱ আৰু ৱানগালা উৎসৱ নৃত্য-গীত, পান-ভোজনৰ মাজেদি চাৰি পাঁচ দিন ধৰি পতা হয়। গাৰোসকলৰ লোকগীত, সাধুকথাৰ মাজেদি নানা ধৰ্ম বিশ্বাস, লোকাচাৰৰ সম্ভেদ পোৱা যায়।

## বৌদ্ধধৰ্মী জনজাতি

অসমত বৌদ্ধ ধৰ্মৰ কেবাটাও ৰূপ পোৱা যায় : তিব্বতীয় লামা বৌদ্ধ ধৰ্ম, ব্ৰহ্মদেশীয় থাপু বৌদ্ধ ধৰ্ম আৰু অন্যান্য সম্প্ৰদায়ৰ বৌদ্ধ ধৰ্মৰ পালন আৰু প্ৰচলনৰ লগে লগে স্থানীয় পূজা-পাটল, ফাকুখেল, বিহু-হুচৰি এই ধৰ্মী সকলৰ মাজত চলে। উদাহৰণ স্বৰূপে ডিব্ৰুগড় মহকুমাৰ দোৱনীয়া আৰু ফাকিয়াল সকল, শিৱসাগৰ মহকুমাৰ নৰাসকল, যোৰহাট আৰু গোলাঘাট মহকুমাৰ তুৰুংসকল, গোলাঘাট মহকুমাৰ আইতনীয়াসকল ব্ৰহ্মদেশীয় বৌদ্ধ ধৰ্মী নিয়ম অনুযায়ী চলে। ব'হাগৰ বিহুত বৌদ্ধমূৰ্তি চাঙৰ পৰা মাটিলৈ নমাই তিনিদিন ৰাখে আৰু দোৱনীয়া লোকসকলে নিজৰ বংশ-পৰিয়ালৰ বাহিৰৰ লোকসকলৰ সৈতে পানীৰে ফাকু খেল খেলে। তেওঁলোকে তিনিটা অসমীয়া বিহু পালন কৰে আৰু হুচৰি গায়। ফাকিয়াল সকলেও বৌদ্ধমতে বৰ্ষাবাস, পঞ্চশীল, অষ্টশীল পালন কৰাৰ উপৰিও ফাগুণৰ পূৰ্ণিমাত মেজি পোৰে, নিশা ভোজ-ভাত খায় ; হুচৰি গায় আৰু বৌদ্ধমতে ব'হাগৰ সাত বিহু পাতে। আহোম সকলৰ অঙহী-বঙহী এই নৰা, তুৰুং-আইতনীয়া সকলে বৌদ্ধধৰ্ম ললেও আৰ্য্যহিন্দু সকলৰ দৰেই বিহু আৰু হুচৰি পালন কৰে।

লোহিত সীমান্তৰ খামটিসকলে ব্ৰহ্মদেশীয় হীনযান বা থেৰবাদী বৌদ্ধধৰ্ম পালন কৰি আহিছে। এওঁলোকৰ মাজত বৌদ্ধ সম্পৰ্কীয় নৃত্য-গীত উৎসৱৰ প্ৰচলন আছে।[৫]
টিৰাপ অঞ্চলৰ চিংফৌ জনজাতি মূলতঃ ব্ৰহ্মদেশীয় বৌদ্ধ যদিও, মেঘ-দেৱতা আৰু মৃতকক ম'হ, গাহৰি, কুকুৰা আদিৰে বলি-বিধান দিয়াৰ নিয়ম আছে। চিংফৌ সকলৰ ধৰ্ম বিশ্বাসত আদিম কৌলিক পূজা আৰু বৌদ্ধ ধৰ্মৰ সমন্বয় ঘটিছে ; তিনি ভূতত বিশ্বাস আৰু নানা দেৱতা অপদেৱতাৰ পূজাৰ জৰিয়তে কিছুমান লোক-উছৱ পালন কৰা হয়। ভুটীয়া সকল তিব্বতীয় বৌদ্ধধৰ্মী, অসমৰ হাজো হয়গ্ৰীৱ মন্দিৰত থকা মাধৱৰ ঘাই মূৰ্তিক মহামুনি বুলি মানে। ভুটীয়াসকলৰ মাজত মহাপুৰুষ শঙ্কৰদেৱৰ বৈষ্ণৱ শিষ্যও আছিল। নৃত্য-গীত, ভোজ-ভাত আৰু তীৰ-ধেনু খেলৰ সমন্বয়ত লোক-উছৱ কেবাটাও পালন কৰা হয়। কামেং সীমান্তৰ মনপা,

[৫] অসমৰ জনজাতি :—সৰ্বানন্দ ৰাজকুমাৰৰ দোৱনীয়া, ফাকিয়াল নৰা-তুৰুংআইতনীয়া আৰু মহেশ্বৰ নেওগৰ খামটি প্ৰবন্ধ পৃঃ ১০৮, ১১২, ২৩৩, ২৫৬



মেম্বা আৰু খাম্বা সকলো তিব্বতীয় বৌদ্ধ ধৰ্মী। নিজা নৃত্য- গীত আৰু ধৰ্মীয় পন্থা কিছুমানো তেওঁলোকৰ মাজত চলি আছে। সোৱণশিৰিৰ আপাটনি সকল আদিম ধৰ্মী হিচাপে বলি বিধানৰ পৰিপোষক ; তিব্বতীয় প্ৰভাৱ সমাজত পৰিছে। পৰ্বতীয়া মিৰি, টাগিন আদি জনজাতি কৌলিক ধৰ্ম অনুসৰি বলি বিধানৰ অনুগামী। কামেঙৰ শ্বেৰডুকপেন সকলৰ ধৰ্ম আৰু লোক-উৎসৱত আদিম আৰু বৌদ্ধ ধৰ্মৰ সংমিশ্ৰণ ঘটিছে। কামেঙ অঞ্চলৰ মিজিসকলৰ মাজত নানা দেৱদেৱীৰ পূজা আৰু দেউৰীৰ জৰিয়তে বলি-বিধানৰ ব্যৱস্থা আছে। বৌদ্ধ ধৰ্মৰো প্ৰভাৱ এওঁলোকৰ ওপৰত পৰিছে।

## মিচিমিসকল

মিচিমিসকলৰ বিভিন্ন ঠালৰ মাজত আদিম কৌলিক ধৰ্ম, পূজা-পাটল, বলি-বিধান আৰু মন্ত্ৰ-তন্ত্ৰৰ প্ৰচলন আছে। এওঁলোকৰ নৃত্য-গীত আৰু নৃত্য-নাটত, কৃষি-জীৱন আৰু দেৱ-দেৱীৰ ধাৰণা প্ৰকাশিত হয়।

## নক্টে জনজাতি

টিৰাপ সীমান্তৰ নক্টেসকল আদিম কৌলিক ধৰ্মী আছিল যদিও পাচত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মী হৈ পৰে। নক্টেসকলৰ ৰজা লথা খুনবাৰে কাল-সংহতীয়া গোসাঁই শ্ৰীৰামদেৱৰ শৰণ লয়। নক্টেসকলৰ ৰাজ্যত গাঁৱে গাঁৱে নামঘৰ আছে। খাদ্য বিষয়ত উদাৰ হলেও এওঁলোক বৈষ্ণৱ ধৰ্মী। লকু নামৰ কৃষিমুখী পাঁচটা লোক-উৎসৱৰ জৰিয়তে বিহুধৰ্মী নৃত্য-গীত-বাদ্যৰ প্ৰচলন এওঁলোকৰ মাজত আছে।

## ৱাঞ্চোসকল

টিৰাপৰ ৱাঞ্চোসকল আদিম কৌলিক ধৰ্মী আৰু প্ৰাচীন কৃষি-উৎসৱ তথা বিহুধৰ্মী উৎসৱৰ পৰিপালক। অতীজত মূৰকটা নিয়ম আৰু তাৰ লগত জড়িত নৃত্য-উৎসৱ আছিল। টিৰাপৰ টাংছাসকলৰ মাজতো আদিম ধৰ্ম বিশ্বাস মতে এজন পৰমেশ্বৰ, অন্যান্য দেৱতা-উপ-

দেৱতা আছে। কৃষিমুখী উৎসৱ বিহুৰ লেখীয়াকৈ পান-ভোজন, নৃত্য-গীতেৰে পালন কৰাৰ বিধান আছে।

## নগাভূমিৰ জনজাতি

নগা ভূমিৰ জাতি জনজাতিৰ ভিতৰত আঙ্গামী, আও, চেমা, লঠা আদিয়ে ধাই ঠাল। মণিপুৰৰ নগাসকলৰ ভিতৰত কাবুই, টাংখুল আৰু মাও নগা উল্লেখযোগ্য ঃ এওঁলোক নিজা ভাষা-উপভাষা, ধৰ্ম,সংস্কৃতি আৰু লোক উৎসৱৰ বাহকৰূপে আদিম কালৰপৰা চলি আহিছে। নগা-পাহাৰ, কাছাৰ, মিকিৰ পাহাৰ আৰু উত্তৰ-কাছাৰ অঞ্চলত কন্যাক, ৰেংমা, জেলিয়াং, ফোম্, চাংতাম আদি বহু খেলৰ নগা লোক বাস কৰি আছে। জাতিৰ কালৰপৰা নেগ্ৰিটো আৰু মঙ্গলয়দৰ সঁচ থকা নগা লোকসকলৰ আদিম বা কৌলিক ধৰ্মত দেৱ-দেৱী, দেও-ভূত, পূজা-পাটল, বলি বিধান, আনকি নৰবলি বা নৰমূণ্ডচিকাৰৰ ব্যৱস্থা আছিল। খৃষ্টান ধৰ্মৰ প্ৰচাৰ আৰু বৃটিছ ৰাজত্বই কিছু পৰিমাণে দেৱ-দেৱী, দেও-ভূতৰ বিশ্বাস কমালেও পান ভোজন, উৎসৱ-পৰ্ব্ব, সাংস্কৃতিক বৈশিষ্ট্য, নৃত্য-গীতৰ চৰ্চা ম্লান কৰিব পৰা নাই।

## আওনগা

আওনগাসকলে কৃষিৰ লগত জড়িত মোৱাৎচু আৰু চুংৰেমঙ পালন কৰে। বসন্ত কালত খেতি বাতিৰ সুফল কামনা কৰি মোৱাৎচু আৰু গুটি গজাৰ পাচত খেতি পথাৰৰ মঙ্গল কামনা কৰি বাৰিষা কালত চুংৰেমঙ উছৱ ভোজ-ভাতেৰে পালন কৰে।

আওনগাসকলৰ মাজত প্ৰচলিত মূৰ-চিকাৰ প্ৰথাৰ বিষয়ে ডাঃ হাটন, মিঃ হেইমনডৰ্ফ আদি বিদেশী লোকৰ বৰ্ণনা আছে।

## আঙ্গামীসকল

অখৃষ্টান আঙ্গামী ধৰ্মবিশ্বাস মতে তেৰ'পফো বা কেপন'পফো নামৰ সৰ্বশক্তিমান সৃষ্টিকৰ্তা আৰু নানা দেও-ভূত মৃতকৰ আত্মা আছে। কুকুৰা,



গাহৰি গৰু-ম'হৰ বলি বিধানৰ নিয়ম আঙ্গামী আৰু অন্যান্য নগা, কুকি-চীন লোকৰ মাজত ভিন্ ভিন্ নিয়মেৰে চলি আছে। আঙ্গামীসকলে খেতি চপোৱাৰ পাচত তেবেঙ্গি আৰু খেতি আৰম্ভ কৰাৰ সময়ত চেক্ৰেঙ্গি উৎসৱ কেবাদিনো ধৰি মদ-মঙহ আৰু পান-ভোজনৰ জৰিয়তে পালন কৰে। চেক্ৰেঙ্গি উৎসৱত কুকুৰ বলি দিয়া নিয়ম আছে। আঙ্গামীসকলৰ মাজত থকা গেনা বা সামাজিক বাধা-নিষেধ এটি উল্লেখযোগ্য জনজাতীয় বৈশিষ্ট্য।

## চেমা নগা

চেমা নগাসকলৰ পুৰণি ধাৰণা মতে দেও-ভূত আছে; পৰলোক আছে। পূজা-পাটলৰ বিধান আছে। খেতিৰ আৰম্ভণি আৰু সামৰণিৰ লগত জড়িত গঞা উৎসৱবোৰত ভোজ-ভাত আৰু জু বা লাওপানী প্ৰচুৰ ব্যৱহৃত হয়। লঠা নগা সকলেও আদিম জনজাতীয় ধৰ্মবিশ্বাস মতে দেও-ভূত মানে।

## ৰেং।

আদিমধৰ্মী ৰেংমাসকলে খৃষ্টান হোৱাৰ আগেয়ে আঙ্গামী, চেমা আৰু লঠাৰ দৰেই ৰণ বিগ্ৰহ, মূৰচিকাৰৰ প্ৰথা চলাইছিল। খেতি পথাৰৰ বাবে বৰমুণ আনিবৰ নিমিত্তে সুকীয়া উৎসৱ পতাৰ নিয়ম আছে। খেল-ধেমালি, চিকাৰ, নৃত্য-গীতেৰে সমৃদ্ধ ৰেংমা সকলে ধৰ্মানুষ্ঠানবোৰ ঘৰৰ গিৰিহঁত বা মুখিয়ালজনৰ হতুৱাই সম্পন্ন কৰে।

## টাংখুল

আগেয়ে আদিম আৰু এতিয়া খৃষ্টধৰ্ম মতে চলা টাংখুলবোৰৰ মাজত কেবাজনা দেৱতাৰ বিশ্বাস আছিল। মৃতকৰ ভূতৰ প্ৰতি থকা বিশ্বাস, মেইবাৰ (দেওৱাই) জৰিয়তে সপোন আৰু মঙ্গলামঙ্গল পৰীক্ষা আদি নানা লোককৃত্য অখৃষ্টান টাংখুল সমাজৰ বৈশিষ্ট্য।

### কন্যাক

কন্যাকসকল শিৱৰ উপাসক। জাঙেষ আৰু চাহাং নামৰ দুজন দেৱতাক মানে আৰু মৃত্যুৰ পাচত জীৱন থকাটো বিশ্বাস কৰে। মৃতকৰ শৱসংকাৰৰ লগত জড়িত উৎসৱ আছে। গাওঁৰ গাওঁবুঢ়াক উদ্দেশ্য কৰি গোৱা কিছুমান লোকগীত আছে।

### মেইথেই

মণিপুৰীসকলৰ আদিম অধিবাসী মেইথেইসকল শিৱ-উমাৰ উপাসক আছিল। মেইবা (পুৰোহিত) আৰু মেইবিৰ (দেওধনী) জৰিয়তে পূজা-পাটল সম্পন্ন কৰিছিল। নম্পক নিংথৌ ৰূপত শিৱ আৰু পান্থইবি ৰূপত উমাক আৰাধনা কৰা প্ৰাচীন মেইথেই জনজাতিয়ে পাঁচশ খৃষ্টাব্দতে আৰ্য্যহিন্দু ধৰ্ম আৰু সংস্কৃতিৰ প্ৰভাৱত পৰে। পাচত চৈধ্য পোদ্ধৰ শতিকাৰ বৈষ্ণৱ ধৰ্ম আন্দোলন আৰু পৰৱৰ্তী ধৰ্ম প্ৰচাৰৰ ফলত মণিপুৰত নৱন্যাস হয়; ৰাসনৃত্য, লাইহাৰাওবা উৎসৱ, খাম্বা আৰু থইবিৰ নৃত্য কাহিনী আদি বৰ্তমান মণিপুৰৰ গৌৰৱময় লোক-কৃত্য ৰূপে সৰ্ব ভাৰতত আৰু ভাৰতৰ বাহিৰতো সমাদৃত হৈছে।

### বিবিধ লোক উৎসৱ

মণিপুৰ, লুচাই পাহাৰৰ বহুতো নগা জনজাতি, থাডো কুকি, 'মাৰ, চাক্‌মা আদি কুকি-চীন জনজাতিৰ নিজা ধৰ্মবিশ্বাস, গীত-মাত লোকানুষ্ঠান আৰু লোক-উৎসৱ যুগ যুগ ধৰি চলি আছে। প্ৰকৃত তথ্য আৰু ক্ষেত্ৰ অধ্যয়নৰ অজুহাতত অসমৰ উত্তৰপূব সীমান্ত অঞ্চল, নগাভূমি, মণিপুৰ, ত্ৰিপুৰা, লুছাই পাহাৰ, গাৰো-খাছিয়া পাহাৰ সীমান্ত আৰু অন্যান্য পাহাৰী তথা সীমান্ত অঞ্চলৰ বহুতো জনগণৰ আচাৰ-ব্যৱহাৰ, সংস্কৃতি, গীত-মাত, নৃত্য-বাদ্য তথা লোক উৎসৱৰ পৰিচয় দিবলৈ আমি বৰ্তমানে অপাৰগ- এই বিস্তৃত বিষয়টোৰ বাবে দুৱাৰ মুকলি হৈয়ে ৰ'ল।

---

# অসমৰ লোক-উৎসৱ

## গ্ৰন্থপঞ্জী

অসমীয়া :

১। অসমীয়া জন-সাহিত্য, প্ৰফুল্লদত্ত গোস্বামী, ১৯৫৪, দ্বিতীয় সংস্কৰণ, গুৱাহাটী।

২। অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব—কালিৰাম মেধি, ১৯৩৬, গুৱাহাটী।

৩। অসমীয়া ভাষা আৰু সংস্কৃতি—বিৰিঞ্চিকুমাৰ বৰুৱা, ১৯৫৭, গুৱাহাটী।

৪। অসমীয়া ভেকুলী বিয়া—শিৱনাথ ভট্টাচাৰ্য্য প্ৰকাশিত, চতুৰ্থ সংস্কৰণ, বিহাবাড়ী।

৫। অসমৰ লোক-সংস্কৃতি—বিৰিঞ্চিকুমাৰ বৰুৱা, ১৯৬১, গুৱাহাটী।

৬। অসমৰ জনজাতি—প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য সম্পাদিত, ১৯৬২, অসম সাহিত্য সভা, যোৰহাট।

৭। উছৱৰ ভোগজৰা—অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত, ১৯৬০, গুৱাহাটী-শ্বিলং।

৮। উছৱৰ ৰংচ'ৰা—অতুল চন্দ্ৰ হাজৰিকা সম্পাদিত, ১৯৬৩, গুৱাহাটী-শ্বিলং।

৯। এই গাওঁ এই গীত—হেম বৰুৱা, ১৯৬১, গুৱাহাটী।

১০। কাঢ়া নলৰ মৌসৰা সুৰ—ৰাজেন পাম, ১৯৬১, ছোটমাটিয়া, গোৱালপাৰা।

১১। চাহ বাগিচাৰ বনুৱা—নকুল চন্দ্ৰ ভূঞা, অসম সাহিত্য সভা, ১৯৬০, যোৰহাট।

১২। ছাঁথাৰ—মণিবাভা, ১৯৬৩, টিক্রিকিল্লা, গাৰোপাহৰি।
১৩। ডাকে বোলে শুনা উপায়—অতুলচন্দ্ৰ বৰুৱা, ১৯৬৯ (তৃতীয় তাঙৰণ), গুৱাহাটী।
১৪। পচতি—প্ৰাচীন কবিৰ ৰচিত, দত্তবৰুৱা ব্ৰাদার্চ এণ্ড কোং, ১৯৪৬, নলবাৰী।
১৫। পৱিত্ৰ অসম—মহেশ্বৰ নেওগ সম্পাদিত, ১৯৬০, অসম সাহিত্য সভা, যোৰহাট।
১৬। পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা—বাণীকান্ত কাকতি, ১৯৫২, পাঠশালা গুৱাহাটী।
১৭। বড়ো-কছাৰী সংস্কৃতিৰ কিঞ্চিৎ আভাস— ধূপাৰাম বসুমতাৰী, ১৯৫৫, নলবাৰী।
১৮। বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি—ভবেন্দ্ৰনাৰ্জ্জী, ১৯৬৬, গুৱাহাটী।
১৯। বড়ো-কছাৰীৰ জন-সাহিত্য—ভবেন্দ্ৰ নাৰ্জ্জী, ১৯৫৭, গুৱাহাটী।
২০। মনসা-কাব্য—বিৰিঞ্চিকুমাৰ বৰুৱা আৰু সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত ১৯৫১, গুৱাহাটী।

# গ্ৰন্থপঞ্জী

## ইংৰাজী

1. Barua, B.K. A Cultural History of Assam, 2nd Edition, 1969, Gauhati.
2. Barua, Hem The Red River And The Blue Hill, 2nd Edition, 1958, Gauhati.
3. Chatterji, S. K. Kirata-Jana-Kriti, 1951, Calcutta.
4. Chatterji, S. K. Religious and Cultural Integration of India. Atombapu Sarma of Manipur, 1967, Imphal.
5. Chaudhury B. N. Some Cultural and Linguistic Aspects of the Garos, Gauhati.
6. Elwin, V. The Art of the North-East Frontier of India, 1959, Shillong.
7. Frazer, J. G. The Golden Bough (abridged), 1947, New York.
8. Gait, E.A. Census of India, 1891, Assam.
9. Goswami, P. The Springtime Bihu of Assam, 1966, Gauhati.
10. Goswami, P. Ballad and Tales of Assam, 1960, Gauhati.
11. Hermanns, Fr. M. The Indo-Tibetans, 1954, Bombay.
12 Hutton, J.H. The Angami Nagas, 1922, London.
13 Kakati, B. Assamese, Its Formation and Development, 1941, Gauhati.
14 Kakati, B. Mother Goddess Kamakhya, 1948, Gauhati.
15 Kakati, B. Visnuite Myths and Legends, 1952, Gauhati.
16 Levi, Sylvain, Pryzyluki, Jean & Bloch, Jules: Pre-Aryan and Pre-Dravidian in India, 1929, Calcutta University.
17 Shastri, B. N. & Bhattacharyya, P. C. This is Assam, 1958, Assam Sahitya Sabha, Jorhat.
18 Shukla, B. L. The Daflas, 1959, N.E.F.A., Shillong.